যশো। নোৱাৰোঁ ?

শিৱ। তেন্তে শিৱাজীৰ নামৰ আগত প্ৰৱঞ্চক, দস্যু আদি কুবিশেষণ প্ৰয়োগ কৰিছে কিয় ? আপোনাৰ প্ৰভু ঔৰংজীবে হিন্দুৰ কি কৰিবলৈ বাকী এৰিছে ?

যশো। কটকী! আনৰ লগত তুলনা কৰিলে কি হব ? কপটতা, শঠতা, চতুৰালি ৰাজপুতৰ কল্পনাৰো বাহিৰ।

শিৱ। ৰাজপুতৰ লগত মাৰাঠাৰ তুলনা হোৱা সম্ভৱ নে মহাৰাজ ? ৰাজপুতৰ পুৰণি গৌৰৱ আছে। বহু শতাব্দীৰ ৰণশিক্ষা আছে। অতুল সুখ-সমৃদ্ধি, ধন-জন সকলো আছে। কিন্তু মাৰাঠাৰ আছে কি ? সেইবোৰৰ একোৰে একোটো নাই। তথাপি—যাৰ উদ্দেশ্যে ৰাজপুত প্ৰমুখ্যে সকলো জাতিয়ে অনিচ্ছা সত্বেও যুদ্ধ দোৱাবলৈ বাধ্য হৈছে, সেই প্ৰবল মোগল শক্তিৰ বিৰুদ্ধে কেৱল মাৰাঠাৰ নায়ক শিৱাজীয়েহে যুদ্ধ দাঙি থিয় হবলৈ সাহস কৰিছে। সেই বাবে শিৱাজী ধন্যবাদৰ পাত্ৰ নহয় নে ? শিৱাজীয়ে আপোনাৰ নিচিনা পুৰুষসিংহৰ পৰা একেবিও আশীৰ্ব্বাদ আৰু সহানুভূতি নেপাব নে মহাৰাজ ?

যশো। কটকী! মই এতিয়াহে তোমাৰ কথা উপলব্ধি কৰিব পাৰিছোঁ। মই শিৱাজীৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ নকৰোঁ।

শিৱা। নহয় মহাৰাজ! শিৱাজীয়ে মহাৰাজক দিল্লীশ্বৰৰ আদেশ অমান্য কৰিবলৈ নকয় কিন্তু—

যশো। কিন্তু কি কটকী ? কোৱা, যশোৱন্তসিংহৰ ওচৰত শিৱাজীৰ অদেয় একো নাই।

শিৱা। পৰহিলৈ নিশা মহাৰাজ পুনাৰ পৰা আঁতৰি থাকিলে শিৱাজী আপোনাৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিব।

যশো। এই সামান্য কাম ? তাৰ নিমিত্তেই ইমান কৃতজ্ঞতা ? ধন্য ধন্য শিৱাজী! কটকী! যশোৱন্তসিংহ হিন্দুৰ গৌৰৱ নহয়।

হিন্দুৰ গৌৰৱ তোমাৰ প্ৰভু শিৱাজী। সেই মহাৰাজ লগ পালে এবাৰ প্ৰাণ ভৰি আলিঙ্গন কৰিলোঁহেঁতেন।

শিৱ (ছদ্মবেশ ত্যাগ কৰি)। মহাৰাজ! অপৰাধ মাৰ্জ্জনা কৰক। ময়ে সেই দীনহীন শিৱাজী।

যশো। শিৱাজী! মহাত্মা! ভাই! আজিৰ পৰা তুমি এই যশোৱন্তসিংহৰ প্ৰাণৰ বন্ধু হ'লা। আজিৰ পৰা শিৱাজী আৰু যশোৱন্তসিংহৰ এক লক্ষ্য আৰু এক উদ্দেশ্য। ধ্বংসৰ হাতৰ পৰা, বিদেশী বিজেতাৰ হাতত পৰা আৰ্য্যভূমিক ৰক্ষা কৰা দুয়ো জনৰ জীৱনৰ মহাব্ৰত। (দুয়ো আলিঙ্গন কৰে।)

---

# চতুৰ্থ দৰ্শন

কক্ষ

[ অৰুণা আৰু গোলাপ কথা পাতি সোমাই আহে। ]

গোলাপ। এনিশাৰ ভিতৰতে পাঁচোটা দুৰ্গ অধিকাৰ! ইমান সহজে যে কাম হৈ উঠিব মই সপোনতো ভবা নাছিলোঁ।

অৰুণা (হাঁহি)। কম নহয় দেও তোমালোক। এনিশাৰ ভিতৰতে ইমানখিনি কৰিলা। নিশানো এক্কাৰত যুদ্ধ কৰা কেনেকৈহে?

গোলা। যুদ্ধ কৰা নহ'ল বুলিবই পাৰি। বিনাযুদ্ধে আমাৰ এটি প্ৰাণীও হত কিম্বা আহত নোহোৱাকৈ কাম শেষ হৈ গৈছে।

অৰুণা। দৰাচলতে যেন্তে অসাধ্য সাধন কৰিছা গোলাপ!

গোলা। মইতো সিমানখিনি কৰিব পৰা হলে কথাই নাছিল। ধন্যবাদৰ পাত্ৰ তোমাৰ দেউতাৰা ছত্ৰপতি শিৱাজী।

অৰুণা। তুমি লগত গৈছিলা নে নাই?

গোলা। বাওঁতে ময়ো লগত গৈছিলোঁ।

অরুণা। তেন্তে তুমিও সেই ধন্যবাদব ভাগ নেপাবা কেলেই? মই হলে সকলোখিনি ধন্যবাদ তোমালৈকে দিওঁ।

গোলা। তুমি দিলেই যে মই পাম তাব একো অর্থ নাই।

অরুণা। নিশ্চয় আছে। মোব বিশ্বাস—তুমি সেই ধন্যবাদ গ্রহন কবিবলৈ অনুপযুক্ত নোহোৱা।

[ দলিপবাওব প্রবেশ। ]

দিলি। হাবিলদাব। তুমি এই মুহূর্ত্তে পুবন্দব দুর্গলৈ যাব লাগে। দুর্গাধ্যক্ষক মোব এই চিঠি দি পাঁচ শ মাবাঠা সৈন্য ইয়ালৈ লৈ আহিবা। নিয়া এই চিঠি।

গোলা। দিয়ক সেনাপতি! (চিঠি লয়)

অরুণা। ইমান লবালবি কিয় সেনাপতি? অলপ পিছত গলেও নহব নে?

দিলি। নহয় বাজকুঁৱবী! এতিয়াই গোলাপসিংহ হাবিলদাব যাব লাগিব। সৈনিক জীৱন এনেকুৱাই। যেতিয়াই হুকুম, তেতিয়াই কাম। সৈনিকব জীৱনত বিশ্রাম নাই, আবাম নাই।

অরুণা। যোৱা গোলাপ! মই তোমাক কর্ত্তব্য অৱহেলা কবিবলৈ অনুবোধ নকবোঁ।

গোলা। থাকা তেন্তে। আহিলোঁ সেনাপতি! [প্রস্থান।]

অরুণা। মোবো ইয়াত কাম নাই। ময়ো যাওঁ। (যাব খোজে।)

দিলি। নেযাবাচোন বাজকুঁৱবী! ক্ষন্তেক বোৱা। মই আনো লাগো?

অরুণা। তোমাব লগত মোব সম্বন্ধ কি?

দিলি। হাঃ হাঃ হাঃ! মোব লগত কি সম্বন্ধ? গোলাপসিংহব লগত একা?

অরুণা। গোলাপ আক তোমাব বিজনি নহয়। গোলাপ আক তোমাব মাজত স্বর্গ-মর্ত্ত্যব ব্যৱধান।

দিলি। ইমানেই অপমান বাজকুমাবী? গোলাপ মোব তলব গোলামবো গোলাম। মই তাক ঘিণ কবোঁ।

অৰুণা । "গোলাপ তোমাৰ গোলাম হব পাৰে।" মই সেই কথা স্বীকাৰ কৰোঁ। গোলাপক তুমি কিণ কৰিবও পাৰা। কিন্তু যি তোমাৰ প্ৰভু, যাৰ তুমি গোলাম, গোলাপ তেওঁৰ পালিত পুত্ৰ।

দিলি। আৰু এটা কথা জানা নে ৰাজকুমাৰী ?
(চাৰিওফালে চাই লৈ) তুমি মোৰ।

অৰুণা। হাঁহি উঠা কথা। বাতুলৰ প্ৰলাপ মাথোন।

দিলি। দিল্লিপৰাওৰ মুখেদি কেতিয়াও বাতুলৰ প্ৰলাপ নোলায়। ই সত্য কাহিনী অৰুণা! তোমাৰ দেউতাৰাই প্ৰকাৰান্তে এই কথা প্ৰকাশ কৰিছে। ঈশ্বৰে কৰিলে তুমি মোৰ অৰ্দ্ধাঙ্গিনী হবা।

অৰুণা। দ্বিতীয় বাৰ এনে কথা উচ্চাৰণ নকৰিবি নৰাধম! মই তোৰ পূজনীয় প্ৰভুৰ কন্যা। তই মোক সেৱা কৰিব লাগে।

দিলি। ওলোটা বুজিছা অৰুণাবাঈ! তুমিহে এদিন মোক সেৱা কৰিবা

অৰুণা (খঙেৰে)। মুখ চম্ভালি কথা কৰি নৰাধম! (প্ৰস্থান)

দিলি। বাক যোৱা। আজি সেই দুৰাত্মাক লগ পাই মোক এনেদৰে কুকুৰৰ নিচিনা ব্যৱহাৰ কৰিছা। কিন্তু যিদিনা গোলাপৰ তেজেৰে হাত ৰাঙলী কৰি তোমাৰ কাষত মই ভিক্ষাৰ জুলি লৈ থিয় হ'মহি—সেই দিনা কৰিবা কি ? [ প্ৰস্থান। ]

---

# পঞ্চম দৰ্শন

## শিৱাজীৰ শয়ন-কক্ষ

শিৱাজী শুই আছে। এটা কৰুণ সুৰ বতাহত ভাহি ফুৰিছে। শিৱাজীয়ে সপোন দেখে। তেওঁৰ আগত যেন জ্যোতিৰ্ম্ময়ী ভৱানীদেৱী মূৰ্ত্তিমতী হৈ উঠিল। লাহে লাহে তেওঁ শিৱাজীৰ মূৰত হাত দি আশীৰ্ব্বাদ কৰিলে। ভৱানী দেৱী অন্তৰ্হিতা হল। শিৱাজীয়ে হঠাৎ সাৰ পাই "আই আই" বুলি চিঞৰি উঠিল। জিজিবাই সোমাই আহিল।

শিৱা। আই! যিদিনাৰ পৰা পুনা-দুৰ্গ শত্ৰুৰ হাতলৈ গৈছে সেই দিনাৰ পৰা মোৰ পেটলৈ ভাত যোৱা নাই। চকুত টোপনি

নোহোৱা হৈছে। পুনাৰ কথা ভাবি—মাতৃভূমিৰ দুৰ্দ্দশাৰ কথা ভাবি কন্তেক সময় জিৰণি লৈছিলোঁ। চিলমিলকৈ টোপনি আহিছে ধৰিছিল। এনে অৱস্থাত আধা সপোনত আধা-দিঠকত দেখা পালোঁ—আই জগজ্জননী ভৱানীক মোৰ। শিৱাজীৰ দীৰ্ণ-কুটিৰ পোহৰাই—ভুৱনমোহিনী ৰূপেৰে ভূমণ্ডল উজ্জ্বল কৰি, মোৰ মূৰত ধৰি আশীৰ্ব্বাদ কৰি পুনৰ অন্তৰ্দ্ধান হ'ল। আৰু কিহৰ ভয়? কিহৰ শঙ্কা? আশীৰ্ব্বাদ কৰা জননী! পুনাৰ বিৰুদ্ধে ভতালিকে বিজয় অভিযান আৰম্ভ কৰোঁ।

জিজি। যোৱা বাছা। নিৰ্ভীক অন্তৰেৰে যুদ্ধযাত্ৰা কৰা। যিদিনা পুনা জয় কৰি পুনৰ নগৰত সোমাবাহি সেই দিনা ময়ো মোৰ অনশন ব্ৰত ভঙ্গ কৰিম।

শিৱা। অনশন! অনশন কিয় আই?

জিজি। কেৱল ময়েইতো তোমাৰ মাতৃ নহওঁ। আজি লক্ষ লক্ষ ভাৰত-সন্তানৰ মাতৃয়ে অনশন অৰ্দ্ধাশনত জীৱন যাপন কৰিবলৈ বাধ্য হৈছে। বিদেশী শাসনত জৰ্জ্জৰিত, দুৰ্ভিক্ষ বানপানী মহামাৰীত প্ৰপীড়িত, এই হতভাগ্য দেশৰ কেইজনে দুবেলা দুমুঠি পেট ভৰাই খাবলৈ পাইছে কোৱাচোন। বাছা শিৱাজী! ৰণভূমিত যেতিয়া তোমাৰ মনলৈ সঙ্কোচৰ ভাব আহিব—নৈৰাশ্যই দিশ-বিদিশ আগুৰি ধৰিব, তেতিয়াই মনত পেলাবা মোলৈ—অনশনক্লিষ্টা এই বৃদ্ধাৰ শোক-পিড়ীত এই মুখখনিলৈ। যিদিনাৰ পৰা পুনা শত্ৰুৰ পদদলিত হৈছে সেই দিনাৰ পৰাই মই অৰ্দ্ধাশনে আছোঁ। আজিৰ পৰা পূৰ্ণ অনশন আৰম্ভ কৰিলোঁ। যোৱা বাছা! জয় তোমাৰ অনিবাৰ্য্য।

শিৱা। সঁচা আই! জয় মোৰ অনিবাৰ্য্য। যিদিনা দুৰন্ত বিধৰ্ম্মীয়ে তুলজাপুৰৰ ভৱানী-মন্দিৰ ধ্বংস কৰিছিল তাৰ পিছতেই আই ভৱানীয়ে মোক সঁশৰীৰে দেখা দি আফজুল খাঁৰ পৰাভৱৰ আগলি বতৰা দিছিল। এই বাৰো মাতৃমূৰ্ত্তি দৰ্শন কৰিলোঁ যেতিয়া

চায়েস্তা খাঁৰ পৰাজয় অৱশ্যম্ভাৱী। তাৰ লগতে যোগ হৈছে তোমাৰ আশীৰ্ব্বাদৰ অক্ষয় কৱচ। জয় মোৰ অনিবাৰ্য্য। মই আহিলোঁ। আই! পদধূলি দিয়া! ( পদধূলি লয় )

জিজি। যোৱা বাছা! মযো ভৱানী-মন্দিৰত তোমাৰ কল্যাণৰ অৰ্থে ভক্তি-পুষ্প নিবেদন কৰোঁগৈ।

[ দুয়োৰে দুফালে প্ৰস্থান ]

---

# ষষ্ঠ দৰ্শন

## পুনা শিবিৰ

[ নাচ-গান আৰু ফটিকাত ওলজাৰ ওমৰাহবৰ্গ আৰু বাইজীবিলাক। ]

১ম ওম। ফুৰ্টি! ফুৰ্টি! ফুৰ্টিকা দুনিয়া হ্যায়।

২য় ওম। চেৰাপ—বাইজী—গান—নাচ—চালাও—চালাও। ক্যেয়া মৌজ!

৩য় ওম। লাগাও, লাগাও। দিল-দৰিয়ামে তুফান চালাও।

২য় ওম। সুন্দৰী বাইজীসকল!

জলদি লগাই দে।
নাচ—গান—চেৰাপ পান,
চোকা চোকা প্ৰেমৰ বাণ
যিমানে পাৰ সিমানে হান।
মজুক চায়েস্তা, মজুক দুনিয়া,
মজুক ওমৰাহ ফুৰ্টিৰ প্ৰাণ।
দে সোণকালে লগাই দে
বিলকুল—মছগুল
স্ফুৰ্টিকা পিছাৰি ইচ্ছামত কপেয়া লে।
বাইজী?

বাইজী। গীত

আঙুৰ বাগান গোলাপী নিহাৰ
তুলি দে তুফান,
মিলে দিলে-দিল্ হাঁহি খিল্ খিল্
নামি আহে আস্মান ]
আকাশী পৰীৰ ভুলবুল নাও
কুলি বুলবুল অমিয়া বাও
মদিৰা লুটি আমি উটি যাওঁ
শোভে গুল্‌বাগান।
লাল চিৰাজী পিয়্‌লা ঢালি
নাচত প্ৰেমৰ লহৰ তুলি
মাতোৱাৰা মন হাসিজালি তুলি
মহব্বৎ দে দান॥

২য় ওম। ছাবাছ! ছাবাছ!
বঢ়িয়া গান, বঢ়িয়া নাচ।
বঢ়িয়া মুখ, বঢ়িয়া গাল
বঢ়িয়া 'ছুৰ্' বঢ়িয়া তাল।
আঁকউ, আউক তুলি দে প্ৰেমৰ ঢৌ।।
বলি কিয় সুন্দৰী! নাচি নাচি ঘূৰি ঘূৰি।

[ বাইজীহঁতে গান লগাৰ ধৰোঁতেই আগিমনৰ হাতত থকা দীঘল নলীৰ গুৰগুৰী হুপি চায়েস্তা খাৰ প্ৰবেশ। ]

৩য় ওম (থিয় হৈ চিৰি কয়)। মহামান্ত সুবাদাৰ চাহাব! হুছিয়াৰ।

( সকলোৱে থিয় হৈ অভিবাদন জনায়। চায়েস্তা খাঁই আসন গ্ৰহণ কৰে। ওমৰাহসকলে পিয়াছ আদি লুকাই ৰাখে। )

চায়েস্তা। ই জানো আমোদৰ সময় ওমৰাহসকল? দুষ্মন শিৱাজীয়ে প্ৰত্যেক মুহূৰ্ত্তত আক্ৰমণৰ সুযোগ বিচাৰিব লাগিছে। বাদছাহে চিঠিৰ পিছত চিঠি দি বিচাৰিছে শিৱাজীৰ পতন। এনে অৱস্থাত?

১ম ওম। তুবাদাৰ চাহাবে শিৱাজীৰ হাতৰ পৰা সকলোবোৰ দুৰ্গ কাঢ়ি ললেই। আৰু কিয় বাও?

২য় ওম। ঠিক কৈছ আলি খাঁ। পৰ্ব্বতৰ নিগনি শিৱাজী দস্যু আৰু আমাৰ চুবাদাৰ চাহাব হৈছে পওৰাজ সিংহ।

চায়েস্তা। তথাপি আমি হু'চিয়াৰ থাকিব লাগিব। কোন কালৰ পৰা কি হয় একো মালুম নাই।

৩য় ওম। সেই বাবেইতো চুবাদাৰ চাহাব। দিনটো খেৰাই কৰি, মনটো পোতাই ৰাখিবৰ বাবে ৰাতি অলপ নাচ-গান আৰু পান।

চায়েস্তা। মই সেইবোৰ মানা নকৰোঁ কিন্তু—

২য় ওম (এক জাঁপে উঠী) তোফা। তোফা। বাইজী। বাইজী। ফেৰ লাগাও।

চায়েস্তা। চুপ কৰ। মাতলামি চলিব নোৱাৰে। মই কেৱল নাচ চাম। হেই। (এজনী বাইজীক আঙুলিয়াই আদেশ কৰে। বাইজীয়ে নাচিবলৈ আৰম্ভ কৰোঁতেই বাহিৰত বন্দুকৰ আৱাজ। ]

বাইজী, ওম। ইয়ে আল্লা।

চায়েস্তা। অতকিতে শিবিৰত সোমাল কাফেৰ।

বাইজী, ওম। ইয়ে আল্লা।

(ভিতৰত বন্দুকৰ আবাজ। হত্যা হত্যা শব্দ।)

চায়েস্তা। চিপাহী। চিপাহী।—

[ শিবাজী তানোজী, গোলাপ আৰু মাৰ'ঠা সৈনিকবোৰৰ প্ৰবেশ। ]

শিৱাজী। ভয় নাই চায়েস্তা খাঁ। চিপাহী-চন্তৰী তোৰ মৃত্যু-টোপনিত।

চায়েস্তা। দস্যু ছয়তান। এয়ে নে তোৰ বীৰৰ ধৰ্ম্ম?

শিৱাজী। মই ইয়াতে তোক বীৰৰ ধৰ্ম্ম শিকাবলৈ অহা নাই। আহিছোঁ তোৰ বুকুৰ কেঁচা তেজ পি তৃষ্ণা-শোণৰ বক্তপান কৰিবলৈ।

চায়ে। মুখ চম্ভালি কথা কৰি দস্যু। তোৰ সম্মুখত মোগল চায়েস্তা খাঁ।

শিৱা। আৰু তোৰ সমুখতো মই মাৰাঠা শিৱাজী। মোৰ এই খোলা তৰোৱালে তোকেই বিচাৰি ফুৰিছে। দে, ৰণ দে। পাৰ যদি আত্মৰক্ষা কৰ।

( ৰণবাদ্য বাজি উঠে। দুয়ো পক্ষৰ যুদ্ধ। ওমৰাহবিলাকৰ পতন। চায়েস্তা খাঁৰ পলায়ন। )

তানো। পলাল, পলাল চায়েস্তা খাঁ।

শিৱা। পলাওক তানোজী। পলাবলৈ দিয়া। মোৰ তৰোৱালৰ কোবত তাৰ হাতৰ আঙুলি সৌৱা উৰুৰি পৰিছে। সৌৱা চোৱা, পাহাৰৰ ওপৰত হাজাৰ হাজাৰ জোৰ জ্বলি উঠিল। মাৰাঠা সেনাই পুনা অধিকাৰ কৰিবলৈ অহা বুলি সকলো মোগল সেনাই সিহঁতৰ পাছে পাছে খেদি গৈছে। সিহঁত যেতিয়া গৈ ওচৰ পাব, জোৰবোৰ আপোনাআপুনি নুমাই যাব। প্ৰকৃততে তাত এজনো মাৰাঠা সেনা নাই। গৰু আৰু মহৰ শিঙত জোৰ বান্ধি দিয়া হৈছে।

তানো। অতি উত্তম হৈছে। শঠে শাঠ্যং সমাচৰেৎ।

শিৱা। প্ৰতাৰিত মোগল সৈন্যবাহিনী যেতিয়া গৈ দুৰ্গম গিৰিসঙ্কটত উপস্থিত হব, তেতিয়া সিহঁতৰ ওপৰত পাছফালৰ পৰা জঁপিয়াই পৰিব নেতাজী আৰু ৰঘুনাথৰ পৰিচালিত মাৰাঠা সেনাদল। মোগল সমূলি নিৰ্ম্মূল হব।

গোলা। প্ৰাতসত দিনমণি উঠিব যেতিয়া
মাৰাঠাৰ ভাগ্যাকাশ পোহৰ দেখিলে
আপুনি উঠিব বাজি বিজয় দুন্দুভি।

শিৱা। বন্ধুসকল! এয়ে পুনা! ইয়াৰ প্ৰতি ধূলি-কণাই আমাৰ মানত পৱিত্ৰ। শিৱাজীৰ সোণৰ শৈশৱ, শিৱাজীৰ পোনৰ যৌৱন এই পুনাতেই অতিবাহিত হৈছিল। মহাৰাষ্ট্ৰৰ নৱ জীৱনৰ অৰুণ ৰাগৰঞ্জিত, মাৰাঠাৰ স্বৰাজ্য-সাধনাৰ মহাপীঠ এই পুনা আজিৰ পৰা শত্ৰুগ্ৰাস মুক্ত হল। আজি আমাৰ বৰ আনন্দৰ দিন।

আজি মোৰ দুখুনী আয়ে অনশন ব্ৰত ভঙ্গ কৰিব। ব'লা, দুৰ্গৰ চূড়াত মাৰাঠাৰ গেৰুৱা নিছান উৰুৱাওঁগৈ।

[ বেগেৰে ৰামদাস স্বামীৰ সোমাই আহিল। ]

ৰাম। —গীত—

মাৰাঠা-সিংহ ন-যোৱান।
খোজে খোজে উল্কা ফুটে, মেদিনী হয় কম্পমান।
উগ্ৰ ধীৰ ক্ষত্ৰ বীৰ উন্নত-শিৰ মুক্ত প্ৰাণ—
উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰাণ নিবোধত
বীৰ্য্যধাৰী ব্ৰতাচাৰী গৰ্ব্বী ধীৰ শক্তিমান।
বীৰভোগ্যা বসুন্ধৰা যোগ্যবলে শাসন কৰা
পৌৰুষৰ দণ্ড ধৰা শত্ৰুৰ ভক্ত ভগৱান। (৺উমেশ চৌধাৰী)

ৰাম। বন্দে—

সকলোৱে। মাতৰম।

ৰাম। বন্দে—

সকলো। মাতৰম—

: দ্বিতীয় অঙ্ক সমাপ্ত :

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

### অৰুণাৰ কক্ষ

[ অৰুণা আৰু গোলাপৰ প্ৰৱেশ। ]

অৰুণা। আচম্বিতে কিয়নো গোলাপ
ৰণসাজে দেখা দিলা নিশা সময়ত ?

গোলা। অৰুণা !
ৰাতি-দিন কেনেকুৱা—কিবা অৰ্থ তাৰ
কোনেও নেজানে এই মাৰাঠা দেশত।
যেতিয়াই কাম হয় তেতিয়াই দিন,
যেতিয়া নেথাকে কাম তেতিয়াই ৰাতি।

অৰু। এই নিশা— কি কাম গোলাপ ?

গোলাপ। আচৰিত নহবা অৰুণা,
ৰণযাত্ৰা— দুৰ্গজয় সমুখ কৰ্ত্তব্য।
আহিছোঁ বিদায় লব তোমাৰ কাষত
—হব পাৰে শেষ বাৰলৈ।

অৰুণা। নকৰা তেনুৱা কথা হৃদয় বিদৰা,
পাবা তুমি আশীৰ্ব্বাদ আই ভৱানীৰ।

গোলা। যদিহে নেপাওঁ ?

অৰুণা। নিশ্চয়, নিশ্চয় পাবা।
যোগ আছে তাৰ সতে
প্ৰাণভৰা শুভ ইচ্ছা দীনা অৰুণাৰ।

গোলা। সি যে মোৰ পৰম সৌভাগ্য।

অৰুণা । পুৱাতে পুনৰ আহি
পাৰিবা জনাব মোক বিজয় বাতৰি ।

গোলা । কোনে জানে ?

অৰুণা । মই জানো,
জানে আৰু ওপৰৰ পৰম ঈশ্বৰে । ( নেপথ্যত ৰণবাদ্য )
শুনা, শুনা অৰুণা !
বাজিছে ৰণৰ বাদ্য প্ৰাণ নচুৱাই ।
বিজয় সঙ্গীত গাই
আগবাঢ়ি যায় সৈন্যগণ ।
কৰিছে আহ্বান—
কোন আছা পাছ পৰি আঁহা সোণকালে ।

নেপথ্যত সৈন্যবোৰ । —গীত—

ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব্ব, আমাৰ মান—
শক্তিদায়িনী মাতৃ আমাৰ, আমাৰ স্বৰ্গ তীৰ্থস্থান ।
বাপ্পা, হামিৰ, ভীমসিংহ বীৰ—ধন্য কৰিলে আৰ্য্যবংশ,
সতী পদ্মিনীৰ পুণ্য কীৰিতিৰ ত্ৰিদিব নিনাদি বাজিল শঙ্খ ।
আকাশে-বতাহে শুনো একেবাহে তোমাৰে মহিমা গৰিমা-গান,
মহাতাপসৰ সাধ্বী ধাত্ৰী— আমাৰ মাতৃ হিন্দুস্থান !
ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব্ব, আমাৰ মান—
শক্তিদায়িনী মাতৃ আমাৰ, আমাৰ স্বৰ্গ তীৰ্থস্থান ।
বেদ-কোৰাণৰ আবৃত্তি-আজানে কৰা মুখৰিত মৰত-স্বৰ্গ ;
মন্দিৰ-মসজিদ কৰি কোলাকুলি ধৰক সাৱটি ভকতবৰ্গ ।
মিলিত শক্তি কৰাচোঁ সৃষ্টি, কৰাচোঁ বসুধা কম্পমান—
থোৱা সমস্বৰে আমাৰ ভাৰত, আমাৰ স্বৰগ হিন্দুস্থান ।
ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব্ব, আমাৰ মান,
শক্তিদায়িনী মাতৃ আমাৰ, আমাৰ স্বৰ্গ তীৰ্থস্থান । ( গমন [illegible] )

গোলা। বিদায়, বিদায় অৰুণা
অৰুণা। ৰবাচোঁ ক্ষন্তেক দেও।
নেপাহৰি অৰুণাক আহিছা যেতিয়া
হেঁপাহ পূৰাই পাওঁ। কথা শুআমাৰ।
নহব নে যোৱা যদি অলপ পিছত ?
গোলা ( ঘূৰি আহি )। অৰুণা। অৰুণা।
বাজক ৰণৰ বাদ্য,
বাজক যি বাজে আৰু সকলো বাজক।
কিন্তু হেৰা অমৃতভাষিণী।
এটি মাথোঁ মউসনা কথাত তোমাৰ
বাজে যি স্বৰ্গীয় সুৰ অন্তৰত মোৰ
তাৰ সতে একোৱেই নহয় তুলনা।
অৰুণা। নকৰা সি কথা প্ৰিয়।
হয়ো যদি সমৰেত হাজাৰ অৰুণা
নোৱাৰিব সমকক্ষ হব স্বদেশৰ।
স্বদেশেই ধৰ্ম্ম তব, স্বদেশেই কৰ্ম্ম,
জীৱন কৰিছা পণ স্বদেশৰ হেতু।
কোৱা হে গোলাপসিংহ! সেই স্বদেশক
আহিলে আহ্বান তুমি কোন যুক্তিমতে
দীনা এই অৰুণাৰ আঁচলত ধৰি
ঘৰত সোমাই থকা ভাবিছা বিধেয় ?
সুপবিত্ৰ সুমঙ্গল স্বদেশ-যজ্ঞত
নেলাগে যদিহে এই অৰুণা তোমাৰ
বুজিছোঁ পাইছা ভাল মঁদাৰৰ ফুল।
গোলা। বুজিছোঁ নিশ্চিত আজি মাৰাঠাপতিৰ
উপযুক্ত জীয়াৰী অৰুণা।
অৰুণা। নকই সি কথা তুমি

কোৱা হলে এই দৰে—
গোলাপৰ উপযুক্ত সঙ্গিনী অৰুণা
লভিলোঁহেতেন মই অধিক আনন্দ ।

গোলা। কথলই সেইদৰে নাই অধিকাৰ ।
এতিয়াও পুৰোহিতে
সাক্ষী কৰি হোমৰ অগ্নিক
বান্ধি দিয়া নাই হাত বেদৰ মন্ত্ৰেৰে ।
ফটিকৰ জল তুমি
আকাশী গঙ্গাৰ দৰে পৰম পবিত্ৰ,
চোবৰ নিচিনা কৰি কিবা সাহে মই
অপবিত্ৰ কৰিম তোমাক ?
পৰীক্ষা কৰিলোঁ মাথোঁ তোমাক অৰুণা,
হোৱা নে নোহোৱা তুমি স্বদেশপ্ৰেমিকা ।
অপৰাধ কৰিবা মাৰ্জ্জনা ।

অৰুণা। যোৱা প্ৰিয় ! বহুত পৰিলা পাছ
পাৰ পায় ভালেখিনি লগৰ সকলে ।
উলটি আহিয়ে মোক দিবা সুসংবাদ ।

গোলা। দেখা যাব। থাকা ভেস্তে লাহৰী ।( যাব খোজে )

অৰুণা। গোলাপ !

গোলা ( ঘূৰি আহি )। কিয় সুন্দৰী ?

অৰুণা। যোৱা, অনৰ্থক মাতিলোঁ পিছত ।

গোলা। নকৰিবা চিন্তা সেই বাবে ।
অমঙ্গল—আহক যিমানে আছে,
ভালে নকৰোঁ ভয় ।　　　　[ প্ৰস্থান ]

---

# দ্বিতীয় দৰ্শন

মন্ত্ৰণা-চ ৰা

[ শিৱাজী আৰু তানোজী । ]

শিৱা। তানোজী! মাৰাঠা-শক্তিৰ আগত আজি ভাগ্যৰ অগ্নি-পৰীক্ষা। এই পৰীক্ষাত উত্তীৰ্ণ হব পাৰিলে ভাৰতৰ ৰাজলক্ষ্মীয়ে মহাৰাষ্ট্ৰৰ মূৰত বিজয় মুকুট পিন্ধাই দিব।

তানো। মইয়ো তাকেই ভাবোঁ মহাৰাজ! ঝিণিকি ঝিণিকি দেখা পাওঁ অদূৰ ভৱিষ্যতৰ ভাৰতৰ মানচিত্ৰ। মাৰাঠাৰ মূৰত ৰাজমুকুট পিন্ধাই দিবলৈ ৰাজলক্ষ্মীয়ে আকুলভাবে অপেক্ষা কৰিছে। কিন্তু—

শিৱা। কিন্তু কি তানোজী?

তানো। বোধকৰোঁ সি আৰু হৈ নুঠিব। ভাৰতৰ হিন্দু জাতি আজি দুৰ্ব্বল হৈ পৰিছে একতাৰ অভাৱত— জাতীয় সংহতিৰ অভাৱত।

শিৱা। দেশৰ এনে শোক লগা অৱস্থা দেখি মোৰ প্ৰাণে কান্দি উঠে। তানোজী! এই শতধাবিভক্ত হিন্দুশক্তিক একত্ৰিত কৰি আকৌ এবাৰ ভাৰতৰ শত-শতাব্দীৰ শৃঙ্খলিত স্বাধীনতাক মুক্ত কৰিব নোৱাৰিম নে? কাশ্মীৰৰ পৰা কুমাৰিকালৈকে, ব্ৰহ্মপুত্ৰৰ পৰা গান্ধাৰ-কান্দাহাৰলৈকে আকৌ এবাৰ জয়ঘণ্টা বজাই স্বাধীনতাৰ মহামন্ত্ৰেৰে সমগ্ৰ হিন্দুস্থানত ঘমঘণ্টা লগাই দিব নোৱাৰিম নে? একোভেই হিন্দুস্থানৰ কুম্ভকৰ্ণ টোপনি নেভাগিব নে তানোজী?

তানো। হিন্দুজাতি আজি মৃত মহাৰাজ! হিন্দু আজি বিদেশী মোগলৰ পদলেহনকাৰী। পৰাধীনতাই মানুহৰ মনুষ্যত্ব নাশ কৰে, বিবেক বিনষ্ট কৰে। পৰাধীনতাই মানুহক নৰক-কুণ্ডলৈ নমাই নিয়ে। সামান্য সন্মানৰ কাৰণে, কেইটামান ৰাজপদৰ কাৰণে, কেইটামান স্বৰ্ণমুদ্ৰাৰ কাৰণে, হিন্দুৱে আজি মাতৃক বন্দুৱাক

পাৰে, ভ্ৰাতৃৰ বুকুত শাণিত তৰোৱাল বহুৱাব পাৰে। নোৱাৰে কেৱল জননী জন্মভূমিৰ কাৰণে এক বিন্দু তপত তেজ দান কৰিবলৈ। মোগলৰ ভয়ত শুভ্ৰ-তুষাৰ-কিৰীটিধাৰিণী ভাৰতমাতৃ জননী জন্মভূমিক আই বুলি মাতিলে সিহঁতৰ কণ্ঠৰোধ হয় কিন্তু বিদেশী বিজাতি মোগলৰ সামান্য করুণাৰ বাবে, কেইটামান ৰূপৰ মুদ্ৰাৰ বিনিময়ত, সিহঁতে দেশৰ সৰ্ব্বনাশ কৰিবলৈকো কুণ্ঠিত নহয়। বিভীষণ, জয়চাঁদ, মানসিংহ আজিও আমাৰ মাজত বহু জন।

শিৱ। তানোজী! তোমাৰ অন্তৰৰ বেদনা ময়ো মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰি মৰ্ম্মাহত হৈছোঁ। যেতিয়া বিশ্বৰ সকলো কোলাহল স্তব্ধ হৈ ৰজনীৰ কোলাত নিতাল মাৰে, তেতিয়া মোৰ বিনিদ্ৰ হৃদয়ৰ এটি চুকত আশাৰ বন্তি ধিমিকিধিমিকি জ্বলি উঠে। থাকক জয়চাঁদ, থাকক মানসিংহ, সিহঁতে আমাৰ একো কৰিব নোৱাৰে। কংসৰ দপদপনি, জৰাসন্ধৰ আস্ফালন, শকুনিৰ চক্ৰান্ত, দুৰ্য্যোধনৰ সিংহনিনাদ, পাঞ্চজন্য-গাণ্ডীৱৰ বিজয় হুঙ্কাৰত বিলীন হৈ যোৱা নাছিল নে? আজিও সেই সুদূৰ অতীতৰ পুনৰাভিনয় অসম্ভৱ জানো তানোজী?

তানোজী। অসম্ভৱ নহয় মহাৰাজ! আপোনাৰ উদ্দীপনাত জাগি উঠিছে সুপ্ত সিংহ। মহাৰাষ্ট্ৰৰ এই বিৰাট মুক্তি-সাধনা আমি কেতিয়াও ব্যৰ্থ হবলৈ নিদিওঁ।

[ গোলাপসিংহৰ প্ৰবেশ। ]

শিৱা। কি সংবাদ গোলাপ?

গোলা। পটু‍্গীজ বন্দী গেপ্তেলাহু।

শিৱ। লৈ আহাঁগৈ ইয়ালৈ।          [ গোলাপৰ প্ৰস্থান। ]

মাৰাঠাৰ নৌবাহিনীও শক্তিশালী হৈ উঠিছে তানোজী!

তানোজী। আপোনাৰ নেতৃত্বত অকল নৌবাহিনীয়ে নহয়, সকলো দিশেদিয়ে মাৰাঠা জাতি শক্তিশালী হৈ উঠিছে মহাৰাজ!

শিৱ। তুমি জানা তানোজী। মোক লাগে শক্তি, মোক লাগে মাতৃৰ মুক্তি। সেই উদ্দেশ্য সাধনৰ বাবেহে মোক লাগে ৰাজদণ্ড, মোক লাগে ৰাজসিংহাসন।

তানো। মহাৰাজ।

শিৱ। কিয় জানা নে তানোজী? শৈশৱ কালৰে পৰা দেখি আহিছোঁ, হৃদয়ৰ প্ৰতি স্তৰে স্তৰে অনুভৱ কৰি আহিছোঁ, কেনেকৈ প্ৰবলৰ অত্যাচাৰত দুৰ্ব্বল চিৰকাল নিষ্পেষিত, নিৰ্য্যাতিত, লাঞ্ছিত। চকুৰ আগতে দেখিব লাগিছোঁ, শাসনৰ নামত দিনে-ৰাতি কি নিদাৰুণ অত্যাচাৰ হৈ থাকিছে। অত্যাচাৰ, নিৰ্য্যাতন, শোষণৰ হেঁচাত এটা সভ্য জাতিৰ প্ৰাণ-শক্তি ইমান দুৰ্ব্বল হৈ গৈছে যে অত্যাচাৰ, নিৰ্য্যাতনকেই সিহঁতে ভাবে জীৱনৰ শ্ৰেষ্ঠ সম্পদ বুলি। দুৰ্ভিক্ষ মহামাৰী বানপানীক সিহঁতে ভাবে, ঈশ্বৰৰ লীলা বুলি। তাকেই সিহঁতে বিধিলিপি বুলি নীৰৱে সহ্য কৰি থাকে। ইয়াতকৈ মানুহৰ আৰু কি বেছি অধঃপতন হব পাৰে? অথচ তানোজী! পাৰে, সিহঁতেই পাৰে—অন্তৰত স্তূপীকৃত বিতৃষ্ণাক কেন্দ্ৰীভূত কৰি বিপ্লৱৰ অগনি জ্বলাব পাৰে সিহঁতেই। এই সুপ্ত জাতিক জাগ্ৰত কৰিবলৈ, ভাৰতৰ এই লুপ্ত প্ৰাণ-শক্তিৰ পুনৰুদ্ধাৰ কৰিবলৈ আই ভৱানীৰ চৰণত ৰক্ত-পুষ্পাঞ্জলি দিবলৈ—মোক লাগে শক্তি, মোক লাগে ৰাজদণ্ড। তাকে লাভ কৰিব পাৰিলেই মই দাম্ভিক ঔৰংজীৱৰ অহমিকা চূৰ্ণ-বিচূৰ্ণ কৰি মোগল-সাম্ৰাজ্য খানখান কৰি দিব পাৰিম। এইখন মহাদেশ ঔৰংজীৱৰ নহয়, শিৱাজীৰো নহয়। এই দেশৰ অধিকাৰী কোটি কোটি ভাৰতীয় জনতা। এই জনতাৰ অধিষ্ঠাত্ৰী দেৱী মাতৃ ভৱানী—তেৱেঁই আদ্যাশক্তি, তেৱেঁই স্বৰ্গাদপি গৰীয়সী ভাৰতবৰ্ষ।

[ গোলাপ আৰু বন্দী গেছেলাছ। ]

গোলা ( অভিবাদন কৰি )। মহাৰাজ। পৰ্টুগীজ বন্দী গেছেলাছ।

শিৱা। পৰ্টুগীজ সেনাপতি! তোমাৰ নৌবাহিনী মাৰাঠাৰ দ্বাৰা সম্পূৰ্ণ

বিধ্বস্ত হৈছে। এতিয়া তুমি আমাৰ হাতত বন্দী। গোলাপ। শিকলি খুলি দিয়া।

গোলা (শিকলি খুলি দিয়ে।)।

শিব। চাহাব। তোমাৰ কিবা বক্তব্য থাকিলে কব পাৰা।

চাহাব। 'আই এদ্‌মিট্‌ মাই ডিফিট্‌। হামি পৰাজিত আছে। ৰাজা। গিভ্‌ মি এ' পিষ্টল্‌। হামি জবাব ডিবে।'

শিৱ। বন্দী তুমি। পিস্তল কিয় ? চাহাব। আত্মহত্যা কৰিবলৈ তোমাক সুযোগ দিয়া নহব।

চাহাব। ৰাজা। টুমি কি জানিবে ? এত ভাৰি অপমান আছে। অ' আই কেন-নট্‌ টলাৰেট দিছ্‌ ইন্‌ছাল্ট্‌।

শিৱা। সভ্যতাৰ গৰ্ব্ব বুকুত বান্ধি লৈ তলে তলে দস্যুতা কাৰ ভাৰতবাসীৰ ধন-বস্তু লুট কৰা, অমানুষিক অত্যাচাৰ কৰা এই-বোৰত লাজ নেলাগে নে চাহাব ? অহিংসাৰ প্ৰতিমূৰ্ত্তি যিচুখ্ৰীষ্টই তোমালোকক হিংসা-বৃত্তিৰে ধন বস্তু অপহৰণ কৰিবলৈ শিকালে কেতিয়া ?

চাহাব। ৰাজা। হামি টুমাৰ বন্দী। হামি টুমাক কোনো জবাব নাই ডিবে—নাই ডিবে—নাই ডিবে। টুমি যি ইচ্ছা কৰিব ফাৰে। হামি ঠুৰাভি 'কেয়াৰ্‌' নাহি কৰিবে।

শিৱা। সাৱধান চাহাব। মনত ৰাখিবা তুমি মহাৰাষ্ট্ৰপতি শিৱাজীৰ বন্দী।

চাহাব। 'আই ন' ইট্‌ ভেৰি ৱেল্‌ ৰাজা। টুমিভি মনত ৰাখিবে—গেঞ্জেলাছ পৰ্টুগীজ ছেনাপতি আছে। টুমি হামাকে কাটি দিব ফাৰে। হামি পৰোৱা নাহি কৰিবে।

শিৱা। গেঞ্জেলাছ। তুমি ভাবিছিলা মোগল-প্ৰপীড়িত ভাৰতবৰ্ষত অবাধে লুটপাটৰ ৰাজ্য চলাব পাৰিবা। বাধা দিওঁতা কোনো নোলাব। আজি তোমাৰ সেই ভুল ভাঙিব। হীন পৰ্টুগীজ

সেনাপতিক আজি শিৱাজীয়ে সমুচিত শাস্তি দিব। ভানোজী শাস্তিৰ ব্যৱস্থা কৰা।

ভানো। শাস্তিৰ বাবে প্ৰস্তুত হোৱা চাহাব।

চাহাব। ৰাজা। ৰাজা। কিল্ মি এট্ ৱান্স্। দণ্ট্ এবিউজ্ মাই নেছন্। দণ্ট্ এবিউজ্ মাই কাণ্ট্ৰি। পৰ্টুগাল্ দি ফাষ্ট্ নেভেল্ পাৱাৰ্ ইন্ য়ুৰোপ হেজ্ বিন্ ব্ৰাট্ ড্ ডাউন্। গেজেলাছ্ দা বেষ্ট্ এদ্মিৰেল্—এ' কেপ্‌টিভ্। অ' হেম্। ফাই। ৰাজা। হামি টুমাকে 'ৰিকুৱেষ্ট্' কৰিছে—হামাকে গুলী কৰ। হামাকে কাটি দিও।

শিৱা। গেজেলাছ্। শিৱাজীয়ে দেশপ্ৰেমৰ মৰ্য্যাদা ৰাখিব জানে। তোমাৰ স্বজাতিপ্ৰেম দেখি মই সন্তুষ্ট। গোলাপ। গেজেলাছ মুক্ত।

গোলাপ (চাহাবক শিকলি খুলি দি)। চাহাব। তুমি খালাছ।

চাহাব (আনন্দত)। গেজেলাছ ফ্ৰী। অ' কিং। ফ্ৰম্ দিছ দে গেজেলাছ ইজ্ য়ৰ্ বেষ্ট্ ফ্ৰেণ্ড্। থি্ৰ ছিয়াৰ্ছ্ ফৰ্ নব্‌ল্ ছিবাজি। হিপ্ হিপ্ হুৰে।

---

# তৃতীয় দৰ্শন

## ফুলনি

[ অমিয়াৰ প্ৰৱেশ। ]

অমি। ফুল ফুলিছে। গোন্ধত চাৰিওফালে আমোলমোল হৈছে। আজি ফুলকুঁৱৰীহঁতৰ গা আনন্দতে সাওখন আঠখন। সকলোকে মনত আনন্দৰ খৌকিবাথৌ। এনেয়ে যুটী নাচনী, তাতে হ'ল নাভিনীয়েকৰ বিয়া। এনেয়ে উন্মাদৰ মাদলী, তাতে পাইছে

ঋতুৰাজ বসন্তৰ পৰশ। চাবিওফালে জাতিকাৰ। চাবিওফালে চমৎকাৰ। প্ৰকৃতিদেৱী! কেউফালে তোমাৰ সৌন্দৰ্য্যৰ জিলমিলনি, ৰূপৰ তিৰবিৰণি। কোন ফালে এৰি কোন ফালে চাম? সৌৱা আকাশৰ ফালে চালে সেই ফালেই চকু ৰয়। পৃথিবীৰ ফালে চালে সেই ফালেই তন্ময় হব লাগে। সৌ গোলাপজোপাই, সৌ অপৰাজিতা লতাডালিয়ে মোকেই কাষলৈ মাতিব লাগিছে। সকলোৱেই যে মোৰ বৰ হেঁপাহৰ। সকলোকে যে মই বৰ ভালপাওঁ। এই আনন্দৰ—এই স্বৰ্গীয় সুখৰ শেষ নাই। যিমানেই চাওঁ, সিমানেই তৃপ্তি বাঢ়ি যায়। মোৰ মৰমৰ ফুলনি! তোমাৰ মধুৰ হাঁহি চায়েই মই মোৰ অন্তৰৰ পিতৃশোক, মাতৃশোক, ভ্ৰাতৃশোক সকলো পাহৰিছোঁ। তোমাৰ সমান মোক কোনে মৰম কৰিব? ফুলনি নোহোৱা তুমি। বেজাৰৰ নিচুকনি, শান্তনাৰ চেনেহী জননী মোৰ।

[ গোলাপ ফুল এজোপাৰ ওচৰত ৰৈ চাই থাকে। দিলীপৰাওৰ প্ৰবেশ। ]

দিলি। অমিয়া! অমিয়া!

অমি। আহাঁ, আজি মোৰ ফুলনিৰ নতুন ৰেহৰূপ চোৱাহি।

দিলি। ফুলনিৰ কি ৰেহৰূপ চাব লাগে অমিয়া? ফুলনি জানো তোমাতকৈয়ো বেছি ধুনীয়া?

অমি। থৈ দিয়া ধেমালিখন। আকাশৰ অপেশ্বৰাৰ লগত জানো মৰ্ত্যৰ মানৱীৰ বিজনি হব পাৰে? সঁচাকৈয়ে চোৱাচোন, মোৰ ফুলনিখন আজি কেনে ধুনীয়া।

দিলি। স্বীকাৰ কৰিলোঁ বাৰু, তোমাৰ এই ফুলনি বৰ ধুনীয়া। কিন্তু এই ফুলনিৰ ৰাণী—দিলিপৰাওৰ হৃদয়ৰাণী অমিয়া যে তাতকৈও কিমান ধুনীয়া!

অমিয়া। মিছা কথাবোৰ জানো কেনেই কোৱা? মই হলে তেনেকৈ থাকিলে নেমাতিম।

দিলি। বাৰু ঠেহ পাতিব নেলাগে। গীত এটিকে গোৱা। ক্ষন্তেকলৈ হলেও এই দিলিপৰাওৰ হৃদয়-চাহাৰা আকাশী-অমিয়াৰ সৌভক্ত ভাহি যাওক।

অমিয়া। বাৰু গাওঁ। শুনা।—

—গীত—

অ' সূৰুযমুখী! পুৱাতে উঠি
সপোন দেখিলা কাৰ—
ৰাঙলী বেলিয়ে পিন্ধালে তোমাক
কিৰণমালাৰ হাৰ।
জাগিল তোমাৰ প্ৰাণত পুলক
লভিলা প্ৰেমৰ বিজয় তিলক
ৰমকজমক লাগিল চমক
বাগৰে অমিয়া ধাৰ।
নীলিমাক পাই বেলি গুচি গ'ল
আধা খোৱা চুমা গালতেই ৰ'ল
সঁচি ৰখা কথা কোৱা যে নহ'ল
নামি আহে অন্ধকাৰ।

দিলি। সুন্দৰ! অতি সুন্দৰ! এনে গীতে মানুহক জীৱন-মৰণ পাহৰাই স্বৰ্গৰাজ্যলৈ লৈ যায়। শুনিছিলো এই পুণ্যময়ী ভাৰতবৰ্ষৰ মেঘমল্লাৰ ৰাগিণী শুনি আকাশৰ মেঘে বৰষুণ ঢালিছিল। আজি তোমাৰ এই মধুৰ সঙ্গীত শুনি সঁচাকৈয়ে সেই কথাৰ সাৰ্থকতা অনুভৱ কৰিছোঁ। অমিয়! প্ৰাণৰ অমিয়া!

অমিয়া। কোৱা।

দিলি। অমিয়া! তুমি যে মোক সংসাৰ পাহৰাই দিলা। সংসাৰত মোৰ ডাঙৰ কৰ্ত্তব্য আছে। শিৱাজীত তিতিৰ আঁত শুকাই আছে। কিন্তু তোমাৰ পৰা অমিয়া! কেৱল তোমাৰ পৰা—

অমিয়া। মোৰ পৰা আকৌ কি হ'ল? হঠাতে তুমি দেখোন যেনেপ যান্ত্ৰহ হৈ গ'লা? বুজিছোঁ, মোৰ পৰাই তোমাৰ সকলো অনৰ্থ হৈছে। হতভাগিনী মই। বাটৰ কাঁইট বুটলি আনি কিয় তুমি বুকুত লৈছিলা?

জিজি। সম্পূৰ্ণ ভুল বুজিছা অমিয়া। তুমি বাটৰ কাঁইট নোহোৱা, তুমি বোকাৰ পদুম ফুল। সদানন্দ মনে ফুলি থাকা, হাঁহি থাকা। তাকে চাই মই আনন্দত আপোনপাহৰা হৈ থাকোঁ।

অমিয়া। তুমি মোৰ পৰা যেন কিবা কথা লুকুৱাই ৰাখিছা, মাজে মাজে এনে ভাব হয়।

জিজি। একো কথা লুকুৱা নাই। সঁচা কথাকে কৈছোঁ। ব'লা, বৰ ভোক লাগিছে। ঘৰলৈ যাওঁ। [ দুয়োৰো প্ৰস্থান। ]

---

# চতুৰ্থ দৰ্শন

## আশ্ৰম—পঁজা-ঘৰ

[ বাঘৰ ছালত পৰা ওখ বেদীত ৰামদাস স্বামী। ওচৰতে পোতা আছে ত্ৰিশূল। তাৰ অলপ আঁতৰত ভৈৰবী। ]

ৰাম। বোধকৰোঁ তোমাৰ মনত আছে ভৈৰৱী। বহু দিন আগতে তুমি মোক প্ৰশ্ন কৰিছিলা—মুক্তিৰ বাট কোন পিনে? আন এদিন মই সেই প্ৰশ্নৰ উত্তৰ দিম বুলি কৈছিলোঁ। আজি কওঁ শুনা—

ভৈৰৱী। কওক গুৰুদেৱ। অধীনীৰ পৰম সৌভাগ্য।

ৰাম। শুনা ভৈৰৱী। জ্ঞান, কৰ্ম্ম, ভক্তি ক'তো মুক্তি নাই। মুক্তি আছে তিনিওৰে সম্মিলনত। ভাৰতৰ মুক্তি-সাধনাৰ বাবে আজি প্ৰয়োজন—কৰ্ম্মৰ, আত্মশুদ্ধিৰ আৰু স্বাৰ্থত্যাগৰ। যদি নিজৰ মুক্তি বিচাৰিছা, যদি দেশৰ মুক্তি বিচাৰিছা, তেন্তে জাঁপ দিয়া বিৰাট কৰ্ম্ম-সাগৰত।

ভৈৰৱী। দেৱ! অতি ক্ষুদ্ৰা নাৰী মই। দেশৰ মুক্তি সাধনা কৰিবৰ শক্তি মোৰ ক'ত?

ৰাম। ক্ষুদ্ৰ তুমি? মিছা কথা ভৈৰৱী! আত্মশক্তিত অটল বিশ্বাস নেথাকিলে সংসাৰত তোমাৰ পৰা একো কাম নহ'ব।

ভৈৰৱী। গুৰুদেৱ! নিৰ্দ্দেশ কৰক মই কি কৰিব লাগিব?

ৰাম। নাৰী তুমি—আদ্যাশক্তি ভগৱতীৰ অংশ তুমি। তোমাৰ অসাধ্য একো নাই। এক্ষন্তেক থিয় হোৱা হাতত ত্ৰিশূল লৈ—মই চাই লওঁ তোমাৰ বিশ্ববিজয়িনী ৰূপ। তুমি নাৰী—মহিষ-মৰ্দ্দিনী। তুমি জগৎজননী। পাহৰি নেযাবা নিজৰ শক্তি। তুমি কেতিয়াও দুৰ্ব্বলা নোহোৱা। সম্প্ৰতি দেশৰ স্বাধীনতা-যুদ্ধত তুমিও ন্যায্য অংশ গ্ৰহণ কৰিব লাগিব। মহাৰাষ্ট্ৰৰ ঘৰে ঘৰে, ৰমণী-সমাজত স্বদেশৰ কল্যাণৰ কথা তুমি প্ৰচাৰ কৰাগৈ বজ্ৰ নিনাদেৰে। য'তে যাক লগ পাবা তাকেই কবা—দেশৰ হিতৰ বাবে প্ৰাণদান সকলো কৰ্ম্মতকৈ শ্ৰেষ্ঠ। শিকাবা সতীক—যাৰ স্বামীয়ে যুদ্ধত প্ৰাণ আহুতি দিয়ে, তেওঁৰ সমান ভাগ্যৱতী আৰু দ্বিতীয় জনা নাই। মাতৃক শুনাবা বাণী—পুত্ৰই যাৰ দেহত্যাগ কৰে ৰণৰ ভূমিত স্বদেশৰ স্বাধীনতাৰ বাবে, একেলগে হয় তাৰ সাতপুৰুষ উদ্ধাৰ। 'মৰিলে দেশ, তৰিলে স্বৰ্গ।' পাৰিবা নে ভৈৰৱী?

ভৈৰৱী। চেষ্টা কৰি চাম গুৰুদেৱ।

ৰাম। তুমি কল্যাণময়ী নাৰী—সংগঠন কৰিব লাগিব মাৰাঠাৰ ৰমণীৰ ঘৰে ঘৰে গৈ স্বেচ্ছাসেৱিকাৰ দল, শুশ্ৰূষাকাৰিণীৰ দল।

ভৈৰৱী। আপোনাৰ আদেশ শিৰোধাৰ্য্য গুৰুদেৱ!

ৰাম। শুনা ভৈৰৱী! এই মহাৰাষ্ট্ৰভূমি আজি সুপ্ত। নৰ-নাৰী সকলোবিলাক অচেতন—স্পন্দনহীন। কোনেও অন্তৰত অনুভৱ নকৰে—স্বজাতিৰ কি লাঞ্ছনা হৈ ধৰিছে পদে পদে। আত্মসুখ লৈ সকলো ব্যস্ত। দেশ ৰসাতললৈ যাওক, ব্যক্তি থাকক।

কিন্তু সিহঁতে ভাবি নেচায়—দেশ নেথাকিলে, ব্যক্তিও নেথাকে। সেই কাৰণে তুমি হোৱা ব্ৰত, বজ্ৰ নিনাদে দিয়া মন্ত্ৰ ঘৰে ঘৰে গৈ—জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী।

ভৈৰ। আপোনাৰ বাণী আখৰে আখৰে পালন কৰাটোকে মই জীৱনৰ ধৰ্ম্ম হিচাপে গ্ৰহণ কৰিছোঁ। গুৰুদেৱ!

ৰাম। জানো ভৈৰবী, মই সকলো কথা জানো। তুমি বিজনক অন্তৰ ভৰি ভাল পাইছিলা, তেওঁ তোমাক গ্ৰহণ কৰিব নোৱাৰিলে—মাতৃআজ্ঞা আৰু গুৰুআজ্ঞা লঙ্ঘন কৰি। ৰাজদণ্ড হাতত লৈ, স্বদেশমন্ত্ৰত দীক্ষা লৈ তেওঁ হ'ল সংসাৰী। তুমি কিন্তু হ'লা চিৰ-ব্ৰহ্মচাৰিণী - তৰুণী সন্ন্যাসিনী। সেয়ে হলেও তুখন অন্তৰত জ্বলি থাকিল তুকুৰা জুই—নিৰ্ম্মল, পবিত্ৰ।

ভৈৰবী। পৃথিৱীৰ অপ্ৰকাশ্য হৈ থাকক সেই কাহিনী গুৰুদেৱ!

ৰাম। সেয়ে হওক কল্যাণী! আশীৰ্ব্বাদ কৰোঁ তুমি কৃতকাৰ্য্য হোৱা। বাৰু ভৈৰবী কোৱাচোন, দিলিপৰাও উলটি আহিছে নে?

ভৈৰ। আহিছে গুৰুদেৱ। কিন্তু এক কুসংবাদ শুনি চিত্ত মোৰ বৰ চঞ্চল হৈছে।

ৰাম। কুসংবাদ? দিলিপৰাও তেন্তে পৰাজিত হৈ উলটি আহিছে?

ভৈৰ। ( নিমাত )।

ৰাম। কোৱা, কোৱা শীঘ্ৰে। নেমাতা কিয় ভৈৰবী?

ভৈৰ। গুৰুদেৱ! কুসংবাদ শ্ৰীচৰণত নিবেদন কৰিবলৈ মই ভাষা হেৰুৱাইছো। দিলিপৰাৱে সমৰত জয় লাভ কৰি কিল্লাদাৰ ছোলেমান খাঁক ধন-ৰত্ন সহ বন্দী কৰি আনিছে। লগতে আনিছে খাঁ চাহাবৰ অপূৰ্ব্ব সুন্দৰী ষোড়শী কন্যা-ৰত্ন এটা।

ৰাম। বুজিব নোৱাৰোঁ মই—কিবা হেতু নাৰী আজি বন্দিনী হ'ল মাৰাঠাৰ হাতত।

ভৈৰ। দিলিপৰায়ে হেনো সেই নাৰী ৰত্ন মাৰাঠাপতি শিৱাজীক উপহাৰ দিব।

ৰাম। মোৰ শিষ্য শিৱাজীৰ এনে অধঃপতন সম্ভৱ হ'ল কেনেকৈ ?

ভৈৰ। কেৱল সিমানেই নহয়। শুনিছো, ছত্ৰপতিয়ে হেনো তাইক-দিবলৈ বহুত আ-অলঙ্কাৰ গঢ়াইছে।

ৰাম। শিৱাজীয়ে অলঙ্কাৰ গঢ়াইছে সেই তিৰোতাক উপহাৰ দিবলৈ ? তেনেহলে মোৰ শিক্ষা-দীক্ষা সকলো নিষ্ফল হল ? শিৱাজীয়ে আজি স্বদেশপ্ৰেম পাহৰি, মত্তলীয়া হ'ল নাৰীৰ প্ৰেমত ? ইমান দিনৰ শিক্ষা-দীক্ষা, পূজা-পাতল, ব্ৰত সকলোকে বিসৰ্জ্জন দিব নাৰীৰ সৌন্দৰ্য্যৰ পদমূলত ? যদি সেয়ে হয়—তেন্তে—তেন্তে ভৈৰবী। এই ৰামদাস আৰু জীয়াই নেথাকে। তুমি যোৱা ভৈৰবী। ৰাজসভাত থাকিবা। স্নান-তৰ্পণ, পূজা-আহ্নিক কৰি ময়ো গৈছো।

[ দুয়োৰো দুফালে প্ৰস্থান ]

---

# পঞ্চম দৰ্শন

## ৰাজসভা

[ বিচাৰ-আসনত শিৱাজী, তানোজী, দিলিপ, নেতাজী। মাৰাঠা দুৰ্গাৰক্ষক। শৃঙ্খলিত দুৰ্গ কিল্লাদাৰ ছোলেমান খাঁ। ]

দিলিপ। মহাৰাজ। সমগ্ৰ কল্কন প্ৰদেশ আজি মাৰাঠাৰ পদানত। শৃঙ্খলিত বন্দী এই সূৰ্য্যমণ্ডল দুৰ্গৰ কিল্লাদাৰ ছোলেমান খাঁ। এই সমৰত আমি জয় লাভ কৰি অগণিত মণি-মুক্তা, ৰজত-কাঞ্চন লাভ কৰিছোঁহক। কিন্তু সকলোতকৈ শ্ৰেষ্ঠ ৰত্ন হৈছে এটা নাৰী-ৰত্ন—অপূৰ্ব্ব সুন্দৰী। খাঁ চাহাবৰ ষোড়শী কন্যা দুখিনা বিবিক। আপোনাক উপহাৰ দিবলৈ অনা হৈছে। গ্ৰহণ কৰি কৃতাৰ্থ কৰক মহাৰাজ।

শিৱা। বিজাপুৰৰ ছোলেমান খাঁ!

ছোলে। কোনো কথা সুধিবৰ দৰ্কাৰ নাই। দণ্ডৰ বায় দিয়া। শাস্তিৰ হুকুম দিয়া।

শিৱা। ব্যাকুল নহবা খাঁ চাহাব! সোণকালেই তোমাৰ বিচাৰ হব।

ছোলে। সোণকালতকৈয়ো সোণকাল কৰা শিৱাজী! এক মুহূৰ্ত্ত বাচি থাকিবৰ মোৰ ইচ্ছা নাই। মৃত্যু—মৃত্যু লাগে মোক।

শিৱা। এতিয়াও সাৰিবৰ উপায় আছে।

ছোলে। যথেষ্ট হৈছে। আৰু লাজ নিদিবা। মই তোমাৰ শত্ৰু। তথাপি মোক অযুগুত আৰামত ৰাখিছিলা কিয়? শৰীৰৰ ক্ষতস্থানত মলমৰ ব্যৱস্থা কৰিছিলা কিয়? দৰ্কাৰ নাই। মই মুছলমান। মই পাঠান। মৰিবলৈ মোৰ ভয় নাই। দিয়া, মৃত্যুৰ হুকুম দিয়া। খুচি মনেৰে মূৰ পাতি লম।

শিৱা। খাঁ চাহাব!

ছোলে। যি কৈছোঁ মিছা কোৱা নাই। সঁচা কথাকে কৈছোঁ। পাঠান ছোলেমান খাঁই মৃত্যুলৈ ভয় নকৰে।

শিৱা। উপযুক্ত বিচাৰৰ পিছতহে দণ্ডৰ আদেশ হব। কোৱা খাঁ চাহাব! তুমি নিজকে দোষী বুলি স্বীকাৰ কৰা নে?

ছোলে। দস্যুপতি শিৱাজীৰ ওচৰত দোষী হব পাৰোঁ। কিন্তু মোৰ প্ৰভু বিজাপুৰৰ চুলতানৰ ওচৰত নহওঁ। ওপৰৰ খোদাৰ ওচৰত নহওঁ।

শিৱা। তুমি মাৰাঠাৰ শত্ৰু?

ছোলে। হব পাৰোঁ মাৰাঠাৰ শত্ৰু, কিন্তু ন্যায় আৰু বিবেকৰ শত্ৰু নহওঁ। ছোলেমানে মাৰাঠাই কৰা বেইমানী যুদ্ধৰ নাম নেজানে। ছোলেমানৰ দ্বাৰা, ছোলেমানৰ কুকৌশল, কুচক্ৰান্তৰ দ্বাৰা পাঠানৰ নামত কলঙ্ক-কালিমা পৰা নাই।

শিৱা। তুমি বীৰ!

ছোলে। সেই কথা কব নোৱাৰোঁ। কিন্তু এই কথা হলে জানো, ছোলেমান খাঁ মাৰাঠাৰ দৰে চোৰ আৰু দস্যুবীৰ নহয়।

শিৱা। খাঁ চাহাব! তুমি যদি মাৰাঠাৰ এজন সৈন্যাধ্যক্ষ হৱলৈ মান্তি হোৱা তেন্তে মুক্তি পাব পাৰা।

হোচে। সেই মুক্তি সম্প্ৰতি দস্যুপতিৰ হাতভেই জমা থাকক।

শিৱ। কিয় খাঁ চাহাব?

হোচে। তুমি নেজানা দস্যুপতি! স্বাধীনতাই ইছলাম, ইছলামেই স্বাধীনতা। সেই স্বাধীনতা কাফেৰৰ পদতলত সমৰ্পণ কৰি— ইছলামক অসম্মান কৰি, মই তুমি দিয়া মুক্তি গ্ৰহণ কৰিব নোৱাৰোঁ —নোৱাৰোঁ—নোৱাৰোঁ।

শিৱা। ভয় নাই খাঁ চাহাব! তোমাৰ স্বাধীনতা ঘুৰাই পাবা। শিৱাজীয়ে তোমাৰ ইছলামৰো কেতিয়াও অসন্মান নকৰে। তেনে আস্পৰ্দ্ধা আই ভৱানীয়ে মোক দিয়া নাই। কোৱা—মুক্তিৰ বাবে, তুমি প্ৰস্তুত? নিমাভ কিয়? উত্তৰ দিয়া।

হোচে। উত্তৰ আগেয়েই দিছোঁ। বৃদ্ধ হোচেমান খাঁই স্থায় আৰু বিবেকৰ বিৰুদ্ধাচৰণ কেতিয়াও নকৰে। হোচেমান খাঁ বেইমান হব নোৱাৰে। সি হাৰামৰ নাম নেজানে। মই বিজাপুৰৰ নিমখ খাইছোঁ। তুমি ভাবা নে দস্যুপতি! মই মৃত্যুৰ ভয়ত—এটি সামান্য চাকৰিৰ বদলি সেই নিমখৰ গুণ ইমান সোণকালে পাহৰি যাম? প্ৰভুভক্ত হোচেমান খাঁৰ দ্বাৰা তেনে নিমখহাৰামি এই জীৱনত কেতিয়াও সম্ভৱ হব নোৱাৰে।

শিৱা। খাঁ চাহাব! মনত ৰাখিবা তুমি মোৰ বন্দী। মোৰ আদেশ পালন কৰিবলৈ তুমি বাধ্য।

হোচে। হব পাৰোঁ মই বন্দী। কিন্তু মোৰ মনুষ্যত্ব লুপ্ত হোৱা নাই। কোনো যুদ্ধতে হোচেমান খাঁই তোমাৰ সেনাপতিৰ দৰে নাৰীক বন্দিনী কৰি অনা নাই—বজাৰ কামনা চৰিতাৰ্থ কৰিবৰ বাবে উপহাৰ দিবলৈ। ভাবিছিলো শিৱাজী বীৰ। কিন্তু এতিয়া দেখিছোঁ, শিৱাজী কাপুৰুষ, শিৱাজী ভণ্ড, শিৱাজী লম্পট। শিৱাজী মানুহ নহয়—নৰপশু।

শিৱা। আৰু যদি কিবা বক্তব্য আছে সোণকালে কৈ শেষ কৰা খাঁ চাহাব।

হোচেন। মোৰ জবানবন্দী শেষ হৈছে। যুদ্ধ কৰি বন্দী হৈছোঁ। তোমাৰ মৰ্জি মতে কাম কৰিব পাৰা।

শিৱা। জিজিপৰাও! ক'ত তোমাৰ সেই নাৰী-ৰত্ন?

জিজি। ভিতৰত আছে মহাৰাজ!

শিৱা। শীঘ্ৰে মোৰ আগলৈ আনা।

জিজি। যিবা আদেশ। [ প্ৰস্থান। ]

হোচেন (উত্তেজিত ভাবে)। বিচাৰ—বিচাৰ শিৱাজী! দয়া কৰা—মোক মৃত্যুদণ্ড দিয়া। মাৰাঠাৰ নীচ কামনাৰ জুইত এটা পাঠান-বালিকা জলিপুৰি মৰাৰ আগতে মোক মৃত্যু লাগে। মৃত্যু দিয়া। মোক হত্যা কৰা দস্যুপতি!

শিৱা। অলপতেক ধৈৰ্য্য ধৰা খাঁ চাহাব! মৃত্যুকেই তোমাক দিয়া হব দান। কিন্তু তাৰ আগতে তুমি নিজ চকুৰে চাই লব লাগিব—তোমাৰ ষোড়শী কন্যা ছখিনা বিবিক কিনো দৰে গ্ৰহণ কৰে এই লম্পট শিৱাজীয়ে। সেই দৃশ্য চাব পাৰিবা নে খাঁ চাহাব?

হোচেন। হায় খোদা! শত্ৰুৰ হাতত—কাফেৰৰ হাতত মোৰ আই ছখিনাক লাঞ্ছিতা দেখা পোৱাৰ আগতে মোৰ মূৰত বজ্ৰপাত নহ'ল কিয়?

[ অৱগুণ্ঠিতা ছখিনা বিবিক লৈ জিজিপৰাওৰ প্ৰবেশ। ]

শিৱা। বন্দিনীৰ অৱগুণ্ঠন মুক্ত কৰা জিজিপৰাও!

হোচেন (পাগলৰ দৰে শিৱাজীৰ কাষলৈ আহি)। মোক মৃত্যু দিয়া শিৱাজী! দয়া কৰা। মৃত্যু—মুক্তি দিয়া মোক।

শিৱা। মুক্তি—মুক্তি লাগে খাঁ চাহাব? বেছ লেয়ে হব। শিকলিৰ বন্ধনৰ পৰা খাঁ চাহাবক মুক্তি দিয়া জিজিপৰাও! (জিজিপৰাৱে শিকলি খুলি দিয়ে) খাঁ চাহাব! তুমি মুক্ত। কিন্তু তোমাৰ মুক্তিত আছে চৰ্ত্ত। সেই চৰ্ত্তমতে এই নাৰী—এই অপূৰ্ব্ব সুন্দৰী কন্যাক তোমাৰ

দিব লাগিব তুমি এই শিৱাজীক—এই দস্যুপতি শিৱাজীক। তাৰ কামনা – বাসনা—লালসা চৰিতাৰ্থ কৰিবলৈ—

হোলে। শিৱাজী! শিৱাজী!

শিৱা। মাতৃৰূপে – মাতৃৰূপে—মাতৃৰূপে।

[ চুখিনাৰ আগ খাঁটু ললে। বেগেৰে ৰামদাস স্বামীৰ প্ৰবেশ। ]

ৰাম। জয়োঽস্তু বৎস শিৱাজী!

( শিৱাজীক আশীৰ্ব্বাদ কৰে। শিৱাজী লাহে লাহে উঠি থিয় হ'ল। )

ৰাম। মই ৰহা নাই বৎস, তোমাৰ ৰাজকাৰ্য্যত বিঘিনি জন্মাবলৈ। উপযুক্ত সময়তে আহি মই আশীৰ্ব্বাদ কৰিলোঁ। মাতৃভক্ত শিৱাজী শিষ্য যাৰ, ধন্য সেই ৰামদাস। মই আহিলোঁ। [ প্ৰস্থান। ]

হোলে। শিৱাজী! আজিহে তোমাক মই চিনি পালোঁ। আজিহে, তোমাৰ অন্তৰৰ ভিতৰখন দেখা পালোঁ। তুমি দস্যু হলেও বীৰ, প্ৰৱঞ্চক হলেও মহৎ, কপট হলেও উদাৰ আৰু মানুহ হলেও দেৱতা!

শিৱা। বন্ধু! মই তোমাক আৰু অলপ সামান্য পুৰস্কাৰ দিম। তানোজী! ইছলামৰ যি ধৰ্ম্মগ্ৰন্থবোৰ আমাৰ হাতত জমা আছে খাঁ চাহাবক দি দিয়া।

তানোজী। ( খাঁ চাহাবক এটা পুথিৰ টোপোলা দিলে )

শিৱা। লোৱা ভাই! সেই টোপোলাত খনচেৰেক ধৰ্ম্মগ্ৰন্থ আছে। মই কেতিয়াও তাৰ অৱমাননা কৰা নাই। দুৰ্গ জয় কৰোঁতে সেইবোৰ লাভ কৰিছিলোঁ। উপযুক্ত পাত্ৰ তুমি। গ্ৰহণ কৰি মোক কৃতাৰ্থ কৰা।

হোলে। ছত্ৰপতি! তুমি কিমান ওপৰত? তুমি মোগলৰ শত্ৰু হব পাৰা, তুমি পাঠানৰ শত্ৰু হব পাৰা, কিন্তু তুমি পৱিত্ৰ ইছলামৰ শত্ৰু নোহোৱা। আমাক এতিয়া বিদায় দিয়া মাৰাঠাপতি!

শিৱা। অতি আনন্দেৰে দিছোঁ। পেছোৱা! এই খাঁ চাহাব আৰু তেওঁৰ কন্যাৰ বাবে উপযুক্ত পাল্কী-মানুহৰ ব্যৱস্থা কৰি দিয়াগৈ। লগত স্থুলজিত প্ৰহৰীও জনচেৰেক দিবা!

পেচো। যি আদেশ মহাৰাজ।

শিৱা। আৰু শুনা খাঁ চাহাব! তোমাৰ এই কন্যা—যাক মই আজি মাতৃৰূপে গ্ৰহণ কৰিলোঁ, তেওঁৰ সকলো দায়িত্বৰ ভাৰ আজিৰ পৰা গ্ৰহণ কৰি ললোঁ মই। তেওঁৰ বাবে এসাজ অলঙ্কাৰ প্ৰস্তুত কৰি ৰখা হৈছে—এতিয়া লগত লৈ যাব পাৰিবা। আৰু যেতিয়া তেওঁৰ বিয়াৰ স্থিৰ হয় অনুগ্ৰহ কৰি মোক জানিবলৈ দিবা। মহা আড়ম্বৰেৰে পুত্ৰই পাতি দিব মাতৃৰ পৰিণয়। এতিয়া আঁহা মোছলেম বন্ধু। এবাৰ দুয়ো প্ৰাণ ভৰি আলিঙ্গন কৰোঁ। (দুয়োৰে আলিঙ্গন।)

ছোলে। যোৱাৰ আগতে আৰু এবাৰ কথা কৈ যাওঁ ছত্ৰপতি! তোমাৰ প্ৰতিজন মাৰাঠা সৈন্যই প্ৰভুভক্ত নহয়। তাৰ মাজত দুষমনো আছে। আমি তেনে এজন দুষমন মাৰাঠাৰ পৰাই আগতে দুৰ্গ আক্ৰমণৰ বাতৰি পাই তৈয়াৰ হৈ আছিলোঁ। নহলে তোমাৰ জয় আৰু সহজ হলহেঁতেন। বেছি কবলৈ নাই। আমি এতিয়া বিদায় হলোঁ। আহ মাজান! [ছোলেমান আৰু ছবিনাৰ প্ৰস্থান।]

শিৱা। দিলিপৰাও! কোন মাৰাঠা সৈনিক বিশ্বাসঘাতক?

দিলি। মই একো বুজিব পৰা নাই মহাৰাজ।

শিৱা। নিশা প্ৰথম প্ৰহৰৰ আগতে আমি সেই দিনা সূৰ্য্যমণ্ডল দুৰ্গ আক্ৰমণ কৰাৰ বাতৰি প্ৰচাৰ কৰা হৈছিল নেকি?

দিলি। নাই হোৱা।

শিৱা। তেন্তে?

দিলি। সেই কম সময়তো বাতৰি দিয়া একো আচৰিত নহয়।

শিৱা। তুমি সৈন্য পৰিদৰ্শন কৰিবৰ সময়ত সকলো সৈন্য উপস্থিত আছিল নে?

দিলি। সকলো আছিল কিন্তু নাছিল এজন—

শিৱা। কোন সেই পাষণ্ড?

দিলি। সন্দেহৰ ওপৰত সিদ্ধান্ত কৰা অনুচিত।

শিৱা। শিৱাজীয়ে তোমাৰ পৰামৰ্শ নিবিচাৰে। কথাৰ উত্তৰ দিয়া।

দিলি। গোলাপসিংহ হাবিলদাৰ,।

ভানো। বিশ্বাস নহয়। দুৰ্গ জয় কৰিবৰ সময়ত মই নিজ চকুৰে তাৰ সাহস আৰু বিক্ৰম দেখি তবধ মানিছো।

দিলি। পৰ্ব্বতৰ নামনিত আছি সি আমাৰ লগত যোগ দিছিল।

শিৱা। হু, গোলাপসিংহ। হবও পাৰে। যোৱা, পাৰগুক লৈ আহাঁগৈ।

দিলিপ। আদেশ শিৰোধাৰ্য্য। [ প্ৰস্থান ]।

শিৱা। উঃ মানুহ চিনা বৰ টান। যি গোলাপসিংহই সূৰ্য্যমণ্ডলত বীৰত্বৰ চূড়ান্ত আদৰ্শ দেখুৱাইছিল, সেই গোলাপৰ এই কাম? হবও পাৰে, একো অসম্ভৱ নহয়। বিশ্বাসঘাতকবিলাকৰ কামেই এনেকুৱা।

ভানো। সঁচাকৈয়ে মানৱ চৰিত্ৰ বৰ জটিল মহাৰাজ। মানুহ চিনা বৰ টান। মানুহ বহুৰূপী। বনৰীয়া জন্তুতকৈও মানুহ ভয়ঙ্কৰ।

[ দিলিপ আৰু গোলাপৰ প্ৰৱেশ। ]

গোলা। অসময়ত কি কাৰণে আহ্বান কৰিলে প্ৰভু?

শিৱা। গোলাপ। শিৱাজীৰ দৰবাৰত সময় অসময় নাই।

গোলা। সেইটো সঁচা।

শিৱা। গোলাপ। মই তোমাক বৰ ভাল পাইছিলো। পুত্ৰক দৰে স্নেহ কৰিছিলো।

গোলা। সেই বাবে গোলাপ মাৰাঠাপতিৰ ওচৰত আজীৱন ঋণী।

শিৱা। মোৰ বৰ ডাঙৰ ভুল হৈছিল। আজি সেই ভুল সংশোধন কৰিব লাগিব।

গোলা। মই যে একোকে বুজিব পৰা নাই।

শিৱা। তুমি সূৰ্য্যমণ্ডল দুৰ্গ অধিকাৰ কৰিবলৈ যাওঁতে মাৰাঠা-বাহিনীৰ লগত কোন ঠাইত যোগ দিছিলা? তুমি সকলোতকৈ পাছ পৰিছিলা নে নাই? সঁচা কথা কবা।

গোলা। শিছা কোৱা মোৰ অভ্যাস নাই। কিন্তু আজি আপোনাৰ এই ভয়ঙ্কৰ মূৰ্ত্তি কিয়.?

শিৱা। উত্তৰ দিয়া—উত্তৰ ?

গোলা। মোৰ সকলোভকৈ পৰম হোৱা সঁচা। যোগ দিছিলোঁ দুৰ্গৰ নামনিত।

শিৱা। হৈছে, আৰু প্ৰয়োজন নাই। বিশ্বাসঘাতক!

গোলা। প্ৰভুভক্ত গোলাপ কেতিয়াও বিশ্বাসঘাতক হব নোৱাৰে।

শিৱা। বিশ্বাসঘাতকৰ শাস্তি কি জান ?

গোলা। মৃত্যু।

শিৱা। মৃত্যু বিশ্বাসঘাতকৰ লঘু শাস্তি। শিৱাজীৰ মাৰাঠাবাহিনীত বিশ্বাসঘাতকৰ স্থান নাই। দিলিপৰাও। তুমস্তে গোলাপক নিৰস্ত্ৰ কৰা।

গোলা। একমাত্ৰ প্ৰভুৰ বাহিৰে মাৰাঠাবাহিনীত এনে এজন দ্বিতীয় পুৰুষ নাই, যি জনে গোলাপৰ কঁকালৰ পৰা বলেৰে এই ভৱানীৰ মন্ত্ৰপুত অসি কাঢ়ি নিব পাৰে (অস্ত্ৰ সমৰ্পন কৰি) মাৰাঠাপতি! গোলাপে এই মন্ত্ৰপুত অসিৰ কোনো দিনে কলঙ্ক হনা নাই। স্বেচ্ছাৰে মই এই অসি আপোনাৰ পদত অৰ্পণ কৰিলোঁ। গ্ৰহণ কৰক। (অসি থয়)

শিৱা। মৃত্যুৰ কাৰণে প্ৰস্তুত হ, বিশ্বাসঘাতক!

গোলা। গোলাপসিংহ কেতিয়াও বিশ্বাসঘাতক নহয়। সি মৃত্যুক ভয় কৰিবলৈকো আপোনাৰ ওচৰত শিক্ষা পোৱা নাই। বুকু পাতি দিছোঁ— নিজ হাতে আপুনি মোক হত্যা কৰক।

শিৱা। মিছা অভিনয় দেখি শিৱাজী ভোল নেযায়। সচাঁকৈয়ে আজি তোক - দিম মই মৃত্যুদণ্ড দান। (তৰোৱাল খোলে)

[ হাতত ত্ৰিশূল লৈ বেগেৰে ভৈৰবীৰ প্ৰৱেশ। ]

ভৈৰবী। ধীৰে—শিৱাজী! ধীৰে। এতিয়াও মাৰাঠা-দেশত ৰাক্ষসৰ জন্ম হোৱা নাই।

শিৱা। ৰজাক কৰ্ত্তব্যত বাধা দিলে হয় ৰাজদ্ৰোহ।

ভৈৰী। সেই ৰাজদ্ৰোহত অপৰাধিনী এই নাৰী। আগেয়ে কৰা নাৰীহত্যা। তাৰ পিছত হাত দিব পাৰিবা মোৰ পুত্ৰৰ গাত।

শিৱা। অসম্ভৱ।

ভৈৰ। ৰাক্ষস শিৱাজীৰ দ্বাৰা আজি সকলো সম্ভৱ। যি শিৱজীয়ে নিৰিহ আশ্ৰিত প্ৰাণীক হত্যা কৰিব পাৰে, যি শিৱাজীয়ে লোকৰ বস্তুতো হাত দিব পাৰে—তাৰ অসম্ভৱ একো নাই।

শিৱ। যা, আঁতৰ হ নাৰী

ভৈৰৰী। আঁতৰ হোৱাৰ আগেয়ে মোৰ বস্তু মোক ঘূৰাই দিয়া। পাগলীৰ বুকুৰ ধন ওলোটাই দিব লাগিব।

শিৱা। তোৰ বস্তু মোৰ হাতত কি আছে পাগলী ?

ভৈৰৰী। হাঃ হাঃ হাঃ। ইমান সোণকালেই পাহৰি গ'লা নে ? সংসাৰ বৰ অকৃতজ্ঞ। তুমি ভাবিছা, মাৰাঠাৰ অধীশ্বৰৰ হাতত বাটৰ ভিখাৰিণী এই পাগলীৰ কি বস্তু থাকিব পাৰে। কিন্তু আছে—যি বস্তু তোমাৰেই নাই।

শিৱ। যা তোৰ যি বস্তু আছে লৈ যা। সোণকালে আঁতৰ হ।

ভৈৰ। মোৰ বস্তু এই গোলাপ। সি মোৰ সন্তান। এদিন মই তাক তোমাৰ হাতত সপি দিছিলোঁ। কিন্তু আজি বুজিব পাৰিছোঁ— তুমি তাৰ উপযুক্ত নোহোৱা। তুমি মানুহ চিনি নোপোৱা ছত্ৰপতি! আহ বাছা গোলাপ! পাগলী আয়েৰৰ বুকুলৈ ঘূৰি আহ। ৰজাৰ কাষেত পাগলীৰ পুতেকৰ স্থান নাই।

গোলাপ। প্ৰভু!

শিৱ। যাব পাৰা।

গোলাপ। মোক ভুল নুবুজিব প্ৰভু, গোলাপ কেতিয়াও অকৃতজ্ঞ নহয়।

ভৈৰৰী। যোৱাৰ আগতে এবাৰ মাৰাঠাপতিৰ জয়ধ্বনি দে বাছা!

গোলাপ। জয় মাৰাঠাপতিৰ জয়। জয় ছত্ৰপতি শিৱাজীৰ জয়।

[ ভৈৰৱী আৰু গোলাপৰ প্ৰস্থান। ]

শিৱা। কি কৰোঁতে কি হ'ল, একোকে বুজিব পৰা নাই। মোৰ মূৰ ঘূৰাইছে ভানোজী। আমিও যাওঁহক ব'লা।

[ দিলীপৰাওৰ বাহিৰে সকলোৰে প্ৰস্থান। ]

দিলি। দাম্ভিক বলদেৱসিংহৰ প্ৰেতাত্মা! আজি এবাৰ ওলাই চা। তোৰ পুত্ৰ গোলাপসিংহ পুনৰ আশ্ৰয়হীন বাটৰ ভিকহু হ'ল। আনন্দ কৰ দিলিপৰাও! আনন্দ কৰ। তোৰ প্ৰতিশোধৰ জুইকুৰা ভালদৰেই জ্বলি উঠিছে

---

# ষষ্ঠ দৰ্শন

## পঁজাঘৰ

[ ভৈৰৱী আৰু গোলাপসিংহ ]

গোলাপ। দুৰ্ভগীয়া গোলাপক মৃত্যুৰ মুখৰ পৰা কাঢ়ি আনিলা কিয় আই! এই নিৰ্দ্দোষ কলঙ্কিত জীৱনত আৰু প্ৰয়োজন কি?

ভৈৰৱী। প্ৰয়োজন আছে গোলাপ! দোষী মানুহেও এই সংসাৰত জীৱন যাপন কৰে। তুমিতো সম্পূৰ্ণ নিৰ্দ্দোষ। আপোন ভালেই জগৎ ভাল। গুৰুপত্নীক অপহৰণ কৰাৰ কলঙ্কৰ দাগ আকাশৰ

চন্দ্ৰৰ পাছতো আছে। সেই বুলি জানো চন্দ্ৰই নিজৰ কৰ্তব্য কৰিবলৈ পাহৰিছে ?

গোলা। গোলাপে সপোনতো মাৰাঠাপতিৰ—মাৰাঠা জাতিৰ অমঙ্গল কামনা কৰা নাই, ভৱিষ্যতেও নকৰে। সেই গোলাপ আজি ষড়যন্ত্ৰ কৰাৰ অপৰাধত বিনা বিচাৰে অপৰাধী ; এই কলঙ্কতকৈ যে মোৰ মৃত্যুৱেই ভাল আছিল।

ভৈৰবী। গোলাপ! তোমাৰ কোমল বয়স। সেই বাবে ভালকৈ বুজিব পৰা নাই। মই হলে ভালদৰে জানিছো। অভিজ্ঞতাই মোক শিকাইছে—এয়েই মানুহ, এয়েই সংসাৰ।

গোলাপ। সংসাৰ বৰ ভয়ানক আই!

ভৈৰবী। সেই বুলি হতাশ নহবা, নৈৰাশ্যৰ সমাজিক নেদেখিবা। ঈশ্বৰৰ ওপৰত দৃঢ় বিশ্বাস স্থাপন কৰা। কলঙ্ক এদিন আঁতৰি যাব। অকালতে—অযথাৰূপে মৃত্যুক আহ্বান নকৰিবা। শিৱাজীৰ মাৰাঠা সৈন্যৰ ওপৰত হাবিলদাৰ আছিলা, স্ব:দশবৈৰীৰ লগত যুদ্ধ কৰিছিলা। আজি ধৈৰ্য্য আৰু পুৰুষত্বৰ ওপৰত হাবিলদাৰ হোৱা। গোলাপ! তোমাৰ মৃত্যু ঘাতকৰ অস্ত্ৰৰ আঘাতত হব নোৱাৰে।

গোলা। আই! তোমাৰ উত্তেজনা বাণীৰ বিজুলী সোঁতত মোৰ গাৰ প্ৰতিভাল শিৰ চঞ্চল হৈ উঠিছে। তুমি সঁচা কথাকে কৈছা আই! গোলাপ ৰাজপুত। তাৰ মৃত্যু হব এবাৰহে, হবাৰ নহয়। কোৱা এতিয়া, মোৰ ওপৰত তোমাৰ কি আদেশ ?

ভৈৰ। এয়েহে ৰাজপুত গোলাপসিংহৰ মুখৰ উপযুক্ত কথা। নিশ্চয়কৈ জানিবা, মানুহ মাত্ৰৰে ভুল হয়। যি প্ৰকৃত মানুহ, তেওঁ সেই ভুল চকুত পৰিলে শুধৰাই লয়। মই তোমাক কৈছিলো গোলাপ, মাৰাঠাপতিয়েও এদিন অনুতপ্ত হৈ তেওঁৰ ভুল শুধৰাই লব। সোণ জুইত পুৰিলে যেনেকৈ অধিক উজ্জ্বল হয়, তুমিও তেনেকৈ এই অগ্নিপৰীক্ষাত উত্তীৰ্ণ হৈ জিলিকি উঠিব লাগিব।

গোলাপ। পাবিম জানো আই ?

ভৈব। পাবিবা, পাবিবা গোলাপ! মোৰ আশীৰ্ব্বাদ—পিতৃ পিতামহৰ আশীৰ্ব্বাদ—গুৰু ৰামদাসস্বামীৰ আশীৰ্ব্বাদ তোমাৰ শিৰত বৰ্ষিত হওক। সৌৱা ৰাজকুঁৱৰী অৰুণা আইদেউ, এই ফালে আহিছে। তুমি তেওঁৰ লগত কথা পাতা। মই গুৰুজীৰ আশ্ৰমলৈ যাওঁ। আকৌ লগ পাম।

গোলা। ভাল আই!

[ ভৈৰবীৰ প্ৰস্থান। অৰুণাৰ প্ৰৱেশ। ]

অৰুণা। গোলাপ! আজি তুমি মোক দেখা নিদিয়াকৈ চোৰৰ দৰে পলাই ফুৰিছা কিয় ?

গোলাপ। মইহে চোৰ হলোঁ নেকি ? তুমি দেখোন, মোৰ মন-প্ৰাণ কাঢ়ানিবাই চুৰ কৰি নিছা অৰুণমণি!

অৰুণা। আজি মই এধাৰ বকুল ফুলৰ মালা গাথিছোঁ—চাবা নে ?

গোলাপ। ক'তা, চাওঁ ?

অৰুণা ( মালা দেখুৱাই )। চোৱা এইধাৰ।

গোলাপ। চালোঁ বাৰু, তাৰ পিছত ?

অৰুণা। লোৱা, তোমাক উপহাৰ দিলোঁ। ( মালা পিন্ধাই দিয়ে )

গোলাপ। তুমি মোক এইদৰে ভালপোৱা উচিত হোৱা নাই অৰুণা!

অৰুণা। উচিত অনুচিত মই নেজানো। এবাৰ যাক ভাল পাইছোঁ, তাক কেতিয়াও বেয়া নেপাওঁ।

গোলা। কুটিল জগতে সহিব নোৱাৰিব। অৰুণমণি! তুমি আৰু মোক ভাল নেপাবা।

অৰুণা। অসম্ভৱ। হাজাৰ চেষ্টা কৰিলেও তোমাৰ পৱিত্ৰ ছবিটি মনৰ পৰা মচিবৰ সাধ্য মোৰ নাই।

গোলাপ ( খোকাধুকি মাতেৰে )। অৰুণমণি!

অৰুণা।' তুমি কান্দিছা নেকি গোলাপ ?

গোলাপ। তুমি মোক হাঁহি মুখেৰে বিদায় দিয়া লাহৰী! বিদায় দিয়া

অৰুণা। যোৱা। যদি মন বেয়া লাগিছে, তেন্তে এপাক গুৰুদেৱৰ আশ্ৰমৰ পৰা ফুৰি আহাঁগৈ। আকৌ আহিবা হলে।

গোলা। দীঘলীয়া বিদায় অৰুণমণি! দীঘলীয়া বিদায়। এয়ে আমাৰ শেষ দেখা।

অৰুণা। তুমি কি কৈছা গোলাপ?

গোলা। অৰুণমণি! আজি নিশা মই দিল্লীলৈ যাম। তাৰ পৰা উলটি অহাৰ আশা খুব কম।

অৰুণা। দেউতা দিনদিয়েক পিছতহে যাব। তোমাৰনো ইমান ততাতৈয়া কিয়?

গোলা। দেউতাৰৰ কামে মোৰ কামে একে নহয়। মই আগেয়ে যাবলৈ বিশেষ প্ৰয়োজন হৈছে।

অৰুণা। কাহানি উলটিবা?

গোলা। কব নোৱাৰোঁ। বোধকৰোঁ উলটি অহা আৰু নহব।

অৰুণা। তুমি কাগনিৰ পৰা এনে নিষ্ঠুৰ হলা গোলাপ? মোলৈ মনত পৰি তোমাৰ বেয়া নেলাগিব নে? তুমি নেজানা গোলাপ। তোমাৰ অবিহনে ৰাজঅন্তেঃপুৰ মোৰ মানত কাৰাগাৰ।

গোলা। মই উপায়হীন অৰুণা দেৱী। ঈশ্বৰৰ কোপদৃষ্টি পৰিলে মানুহৰ ৰক্ষা নাই। মোক যদি তুমি ভালপোৱা অৰুণমণি! তেন্তে মই মিনতি কৰি কৈছোঁ, মোক পাহৰি যোৱা। আশীৰ্ব্বাদ কৰিছোঁ।—তোমাৰ ভৱিষৎ মধুময় হওক।

অৰুণা। তাৰ আগেয়ে যেন অৰুণাৰ মৃত্যু হয়।

গোলা। অৰুণমণি! এই গোলাপ কোন জানা?

অৰু। জানো। দেউতাৰ এজন অতি বিশ্বাসী সেনানায়ক।

গোলা। ভুল। গোলাপ আজি বাটৰ ভিখাৰী। তুমি ৰাজকুঁৱৰী অৰুণমণি! এতিয়াও ফুলৰ নিচিনা পবিত্ৰ হৈ আছা। মিছাতে হৃদয়ত গোলাপৰ পাপ ছবি আঁকি নিজৰ বিপদ চপাই নলবা।

অৰু। তুমি তেনে নিদাৰুণ কথা নকবা।

গোলা। মোৰ লগত গোটেই জীৱন কান্দিব লাগিব।

অৰু। কান্দিব লাগে কান্দিম। সেই কান্দোনতো মই সুখ পাম।

গোলা। মই এতিয়া যাওঁ। ভাগ্যৰ লগত যুঁজিবলৈ যাওঁ।

অৰু। তুমি তোমাৰ কাম এৰিলা নেকি?

গোলা। সেই কথা সুধুধিবা অৰুণময়। পিছত নিজেই জানিবা। এতিয়া বিদায় দিয়া। আহাঁ।

অৰুণা। (আলিঙ্গন)

গোলা (আলিঙ্গন কৰি চুমা খাই)। কি স্বৰ্গীয়! কি মধুৰ! একালে জীৱন, একালে মৰণ। একালে পোহৰ আৰু একালে এন্ধাৰ। তাৰ সন্ধিস্থলত এই আলিঙ্গন।

: আগত দৃশ্যপট :

# সপ্তম দৰ্শন

মন্ত্ৰণা-কক্ষ

[ শিৱাজী, তানাজী পেছোৱা, দিলিপৰাও, মাৱালী ছৰ্দাৰ, জিজিবাই। ]

ছৰ্দাৰ। ৰাজা! আজি আমাক কিয় মাতি আনিলি? ক'ত লড়াই কৰিব যাব?

শিৱা। শুনা বন্ধুসকল! মোগল বাদছাহ ঔৰঙ্গজীৱ কিমান চতুৰ। বাৰে বাৰে হিন্দুৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ পঠিয়াইছে হিন্দু সেনাপতি।

শিবাৰ মাৰাবাৰপতি যশোৱন্তসিংহ। এইবাৰ আহিছে অম্বৰপতি জয়সিংহ।

তানো। যশোৱন্তসিংহৰ দৰে জয়সিংহকো কৌশলেৰে বশীভূত কৰিব পৰা নেযাব নে?

শিবা। নেযায়। যশোৱন্তও এক, জয়সিংহও এক। জয়সিংহ এজন ডাঙৰ কূটনীতিবিদ। হিন্দুস্থানত তেওঁৰ সমকক্ষ বীৰ দ্বিতীয়জন নাই। হয়তো এই বাৰ মাৰাঠাৰ পৰাজয়ো হব পাৰে।

ছৰ্দাৰ। আমি সকলোৱে জান কবুল কৰি লড়াই কৰিম ৰাজা। তাৰ পিছতহে স্থিৰ হবে জয়-পৰাজয়।

তানো। ছৰ্দাৰে সঁচা কথাকে কৈছে। হওক জয়সিংহ মহাবীৰ, থাকক তেওঁৰ বিপুল বাহিনী। মাৰাঠা শক্তিওতো আজি উপেক্ষাৰ পাত্ৰ নহয়। আহক যিমানে আহে দিল্লীৰ পৰা প্ৰত্যাহ্বান। সেই প্ৰত্যাহ্বান ছত্ৰপতি শিৱাজীয়ে ওকবাই দিব পাৰিব।

সকলোৱে। নিশ্চয়। নিশ্চয়।

পেছোৱা। আলোচনাৰ সময় আৰু বেছি নাই মহাৰাজ। জয়সিংহই পঠোৱা সন্ধিৰ প্ৰস্তাৱৰ উত্তৰ দিয়াৰ সময় আছিল তিনি দিন। দুদিন উকলি গৈছে। আজিয়েই শেষ দিন।

তানোজী। আমাৰ ভাবি চাবলগীয়া কথা হৈছে কিমান দিন এই সন্ধি স্থায়ী হব সেইটোহে। ঔৰংজীৱৰ উত্তৰভাৰত জয় সম্পূৰ্ণ হৈছে। বাকী আছে দাক্ষিণাত্য-বিজয়। ছেগ মিলিলেই যে মোগল বাহিনী আমাৰ ওপৰত জঁপিয়াই নপৰিব সেই বিষয়ে সন্দেহৰ থল নাই। মোৰ ইচ্ছা—হয় মোগলক চূৰ্ণ-বিচূৰ্ণ কৰিম, নোৱাৰিলে নিজে ধ্বংস হম।

শিৱা। ৰাজনীতিৰ ফালৰ পৰা এই কথা সমৰ্থনযোগ্য নহয়। প্ৰবল প্ৰতিপক্ষক মুখামুখিকৈ আক্ৰমণ কৰাতকৈ কৌশলেৰে পেলাই লব পৰাটোহে জয়লাভত সহায়ক হয়। কুৰুক্ষেত্ৰৰ যুদ্ধত এনে দৃষ্টান্ত আছে।

দিলিপ। মোৰ বিবেচনামতে মোগলৰ লগত সন্ধিৰ প্ৰস্তাৱ আমি দলিয়াই পেলাব নোৱাৰোঁ। আমাৰ ৰাজভঁৰালৰ গুলি উদং। সৈনিকসকলৰ বাবে পৰিমিত অস্ত্ৰশস্ত্ৰৰ নাটনি।

জিজি। জয়লাভৰ বাবে তেন্তে কোনো আশাই নাই নেকি দিলিপ-ৰাও? সৈন্যবিলাকে যুদ্ধ কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিছে নেকি?

দিলি। অনিচ্ছা প্ৰকাশ কৰা নাই মাতৃ! মাৰাঠাপতিৰ আদেশ পালে প্ৰতিজন মাৰাঠা সৈনিকে মৃত্যুৰ মুখতো জঁপিয়াই পৰিবলৈ প্ৰস্তুত।

সৰ্দাৰ। ঠিক হেনাপতি ঠিক। ৰজাৰ বাবে আমি মুৰ দিম, লড়াই দিম।

দিলিপ। কিন্তু অস্ত্ৰ বিনে, খাদ্যসামগ্ৰী বিনে সৈন্যবিলাকে কৰিব কি? কেৱল সাহস আৰু বিক্ৰম দিয়েইতো জয়লাভ কৰিব নোৱাৰি।

জিজি। শূন্য নেকি ৰাজভাণ্ডাৰ? যুদ্ধ পৰিচালনা কৰিবলৈ কিমান অৰ্থৰ প্ৰয়োজন পেছোৱা?

পেছো। মাতৃ! মোগলৰ অপ্ৰাৰিত অৰ্থ-সম্পদ আছে। সৈন্য-সামন্ত অপৰ্য্যাপ্ত। কামান গোলা-বাৰুদো আছে যথেষ্ট। মোগলক সমকক্ষ হবলৈ আমাক অজস্ৰ অৰ্থ লাগিব।

তানো। মহাৰাষ্ট্ৰৰ ৰাজভাণ্ডাৰ শূন্য নহয়। সৈন্যবলতো আমি পাছপৰা নহওঁ। কিন্তু মোগলৰ অপৰিমিত ধন-দৌলতৰ তুলনাত, বিপুল সৈন্য-বাহিনীৰ তুলনাত, সচাঁকৈয়ে আমি দুখীয়া।

জিজি। শুনা মহাৰাষ্ট্ৰৰ বীৰবৃন্দ! মোৰ যিখিনি হীৰা-মুকুতা সোণ-ৰূপৰ অ-অলঙ্কাৰ আছে, সেই সকলোখিনিকে উছৰ্গা কৰিলোঁ ৰাজভঁৰালত। পেছোৱা! সেইবোৰ বেচি সোণকালে অৰ্থ-সংগ্ৰহৰ আয়োজন কৰা। কমেও তাৰ মূল্য লক্ষাধিক হব। আজিৰ পৰা মই নিৰাভৰণা।

শিৱা! ই কি আকৌ নতুন সংকল্প ল'লা আই! তোমাক নিৰাভৰণা ৰূপ মই চাই থাকিম কেনেকৈ?

জিজি। স্বাধীনতাই জাতিৰ সৰ্ব্বশ্ৰেষ্ঠ অলঙ্কাৰ। সেই অলঙ্কাৰ

হেতুবাই ভাৰত-মাতা আজি কাঙালিনী। বৎস শিৱাজী! সোঁত কথা ভাবিব নেলাগে। ভাৰত-মাতাক চিৰসাজত যত্ন কৰি সজাবলৈ যত্ন কৰা।

শিৱা। সেয়ে হব মাতৃ! তোমাৰ ইচ্ছা কেতিয়াও অপূৰ্ণ হৈ নেথাকে।

জিজি। মাতৃদত্ত বিপুল অৰ্থ যেতিয়া ৰাজকোষত আছিল আমাৰ আৰু কিহৰ অভাব? অধিক সৈন্যৰ যদিও প্ৰয়োজন, অযুক্ত মাৱালী সৈন্য গোটোৱাৰ ভাৰ এই দিলিপৰাওৰ। মোৰ দক্ষিণহস্ত হৈছে এই বীৰ দুৰ্দাৰ।

ভানো। শুনা দিলিপৰাও! মাৱালী সৈন্যই জানে প্ৰাণ দিবলৈ, কিন্তু মোগলৰ সমকক্ষ হৈ যুদ্ধত জয়লাভ কৰিবলৈ সিহঁতৰ শিক্ষা ক'ত?

শিৱা। সকলো আলোচনা শুনা গ'ল। এতিয়া কোৱাচোন আই, তোমাৰ পৰামৰ্শ কি—আদেশ কি?

জিজি। আজি মই বেছ বুজিব পাৰিছোঁ—মোৰ পুত্ৰ কেৱল এজন শিৱাই নহয়। শিৱাৰ পৰা দীক্ষা-মন্ত্ৰ লৈ দেশত বহুজন শিৱাৰ জন্ম হৈছে। সম্প্ৰতি যুদ্ধজয়ৰ আশা দুৰাশা বুলি ময়ো ভাবোঁ। সেই কাৰণে সিহঁতে প্ৰাণক্ষয় কৰাৰ, শক্তিক্ষয় কৰাৰ কোনো আৱশ্যক নাই। অনাহকত কান্দিব বিধবা হৈ বহু নাৰীয়ে, পিতৃহীন অনাথ হব বহু শিশু, লুণ্ঠিত হব দেশৰ বণিক সমাজ, সৰ্ব্বস্বান্ত হব দেশৰ বাজহাড় স্বৰূপ খেতিয়কৰ দল। মই বেছ বুজিছোঁ, অৰ্থৰ অভাব আৰু অশিক্ষিত সেনা লৈ যুদ্ধ জয়ৰ আশা নিষ্ফল। সম্প্ৰতি সন্ধি কৰা যাওক। পূৰ্ণ কৰা ৰাজকোষ, বিপুল সৈন্যবাহিনী কৰা অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত। বন্দুক-কামান গোলা-বাৰুদ কৰা সংগঠিত। পদাতিক বাহিনী, অশ্বাৰোহী বাহিনী আৰু নৌবাহিনী, কৰা সমানে সুশিক্ষিত। সম্পূৰ্ণ হওক সকলো আয়োজন—ৰণৰ পূৰ্ণপ্ৰস্তুতি। তাৰ পিছত দেখা যাব—ক'ত পানী কলৈ যায়।

ভানো। সন্ধি কৰাত আমাৰ একো আপত্তি নাই। কিন্তু প্ৰস্তাৱক

